# জয়শ্ৰীৰ কথাৰে




যতীন মিপুন

বিশাল প্ৰকাশন
চান্দমাৰী, গুৱাহাটী-৩

'**JAYASHREE KATHERE**' : A compitation of short stories written by Jatin Mipun and Published by Sarmila Seka on behalf of Bishal Prakashan, Chandmari, Guwahati-3, Published on December, 2009
First Edition : December, 2009 Price : Rupees Fifty only

---

**প্ৰকাশক ঃ**
শৰ্মিলা ডেকা
বিশাল প্ৰকাশন
চান্দমাৰী, গুৱাহাটী-৩

**ডিটিপি ঃ**
ৰূপকাৰ চিনে এণ্টাৰপ্ৰাইজ
পূব-শৰণীয়া, গুৱাহাটী-৩

**প্ৰথম প্ৰকাশ ঃ**
ডিচেম্বৰ, ২০০৫

**দ্বিতীয় প্ৰকাশ ঃ**
২০০৯

**মূল্য ঃ** ৫০.০০ টকা

**বেটুপাত ঃ**
চন্দন চুতীয়া

**মুদ্ৰণ ঃ**
পুথি প্ৰকাশ
ভঙাগড়, গুৱাহাটী-৭

উৰ্দ্ধগা

জয়শ্ৰী আৰু হেমা যাদৱৰ
দৰে মহিলাৰ লগতে সমগ্ৰ অসমবাসীলৈ।


GOVT. OF
DIRECTORATE OF LIBR

# লেখকৰ দুআষাৰ

গল্প সংকলনটিত সন্নিবিষ্ট সকলোবিলাক গল্প ইতিমধ্যে কাকত-আলোচনীত প্ৰকাশ পাইছে। মিচিং ভাষাৰে নামকৰণ কৰা গল্প কেইটাৰ অসমীয়া অৰ্থ প্ৰতিটো গল্পৰ শেষত দিছোঁ পাঠকৰ সুবিধাৰ্থে।

বিশাল প্ৰকাশনৰ উদীয়মান প্ৰকাশিকা শ্ৰীমতী শৰ্মিলা ডেকাৰে অশেষ ধন্যবাদ থাকিল গল্প সংকলনটি প্ৰকাশ কৰি দিয়াৰ বাবে। পাঠকৰ সমাদৰ পালে আমি সুখী হ'ম।

যতীন মিপুন

গুৱাহাটী
০৩/১২/২০০৩

# জয়শ্ৰীৰ কথাৰে

| গল্প | পৃষ্ঠা |
|---|---|

# জয়শ্ৰীৰ কথাৰে

জন্ম লগ্নৰে পৰা বাপেকৰ মুখ নেদেখা পুতেক ৰমেনক এনেকৈ হঠাতে হেৰুৱাবলগীয়া হ'ব পাৰে বুলি জয়শ্ৰীয়ে সপোনতো ভৰা নাছিল। দুদিনমান সন্নিপাত জ্বৰত ভুগিছিল বুলিয়েই ইমান এটা চঞ্চল ডেকা পুত্ৰই হঠাতে মৃত্যুক সাৱটি লোৱা সত্বেও পুতেকৰ মৃতদেহ দেখি জয়শ্ৰীৰ চকুলো নোলাল। বাপেকৰ চেহেৰা নেদেখা পুতেক ৰমেনৰ চেহেৰা সাইলাখ বাপেকৰ দৰে হোৱা বাবেও হয়তো জয়শ্ৰীৰ এনে প্ৰতিক্ৰিয়া হ'ল।

পুতেক ৰমেনৰ শান্ত-শীতল মৃতদেহলৈ চাই জয়শ্ৰী ভাৱলেশহীন হৈ বহি থকা দেখি তাইৰ কাষত সমবেদনা জনাবলৈ গোট খোৱা গাঁৱৰ তিৰোতা আচৰিত নহ'লেও নকন্দাতো ভালৰ লক্ষণ নহয় বুলি এগৰাকী আদহীয়া তিৰোতাই কৈছিল

'য়ামেং আৱদী চিঃলাচিন্ আনদী কাপিলা কাম্মান? আদবী আইনী আগমমাং দেই। আদীম্পিন্ন আগম্‌ল আনী দৌচিন্ চিঃপাক্‌মলী কাপিয়েকুন আই।'

ডেকা পুতেকটোৰ মৃত্যুতো মাকে কিয় কন্দা নাই? এইটো ভাল কথা নহয়, দেই। এনে অৱস্থাত মাকো মৰি থাকিলে কি হ'ব হয়।'

'কঃদী বেচেৰা আবুদীম্ গীচুদাগ্‌গাই।'

—ল'ৰাটো বেচেৰা বাপেকৰ দৰে আছিল।

তাইক সমবেদনা জনাবলৈ অহা গাঁৱৰ তিৰোতাবিলাকৰ কথোপকথন জয়শ্ৰীয়ে মৌন হৈ বহি শুনি আছিল। বাপেকৰ মুখ নেদেখাকৈ ডেকা বয়সত অপমৃত্যুক আকোৱালি লোৱা পুতেক ৰমেনৰ বাপেক কোন সেই কথা গাঁৱৰ সকলোৱেই জানে বুলি জয়শ্ৰীয়ে গৰ্ভৱতী হৈ থাকোতেই গম পাইছিল। অজানিতে প্ৰথম যৌৱনত কৰা এটা ভুলৰ বাবেই অবাঞ্চিত মাতৃত্বৰ বোজা বব লাগিব বুলি জয়শ্ৰীয়ে সপোনতো ভৰা নাছিল। অবাঞ্চিত মাতৃত্বৰ বোজা বহন কৰিলেও দোষী মানুহজনে এদিন আহি তাইক বিয়া কৰাই পত্নীৰ মৰ্যদা দিবহি বুলি জয়শ্ৰীয়ে পুতেক ৰমেন কুৰি বছৰ হোৱালৈকে বাট চাইছিল। ইতিমধ্যে গাঁৱৰ মানুহৰ মুখে ৰমেনেও পিতৃ পৰিচয় পাইছিল বুলি জয়শ্ৰীয়ে গম পাইছিল। পুতেকক জন্ম দিয়াৰ আগতে আত্মঘাতী হ'ব নোৱাৰাৰ দোষত আৰু দোষী মানুহজনে পত্নীৰ মৰ্যদা দিয়াৰ আশা বুকুত বান্ধি জয়শ্ৰীয়ে ইমান বছৰে অকলশৰীয়া অবিবাহিতা মাতৃ হিচাপেই পিতৃগৃহত ৰমেনক ডাঙৰ-দীঘল কৰিছিল।

প্ৰথম যৌৱনত কৰা ভুলটো জয়শ্ৰীয়ে মেট্ৰিক পৰীক্ষাৰ বাবে খুৰাকৰ চৰকাৰী কোৱাৰ্টাৰত থাকি প্ৰস্তুতি চলাওঁতে কৰি পেলাইছিল। কেইবাবাৰো পৰীক্ষা দিও মেট্ৰিক পাছ কৰিব নোৱাৰাত গাঁৱৰ পৰা প্ৰায় দহ কিলোমিটাৰমান দূৰৰ চাহ বাগিছাত কেৰাণীৰ কাম কৰা খুৰাকৰ ঘৰত থাকি কোনোমতে হ'লেও মেট্ৰিক পাছ কৰাৰ আশাত জয়শ্ৰীয়ে ভনীয়েকক লগত লৈ আছিলগৈ। গাঁৱৰ ঘৰত পৰিয়াল থকা খুৰাকে সপ্তাহত এবাৰকৈ দেওবাৰৰ দিনটো গাঁৱত গৈ কটাই আহিছিল। খুৰাকৰ অনুপস্থিতিৰ এই দেওবাৰৰ দিনটোৱেই এদিন জীৱনলৈ অন্ধকাৰ নমাই আনিব, এই কথা জয়শ্ৰীয়ে জনা নাছিল।

খুৰাকৰ অনুপস্থিতিৰ সুযোগ লৈ এদিন দেওবাৰে দুপৰীয়া ওলাইছিলহি মৃত পুতেক ৰমেনে জন্ম লগ্নৰ পৰাই নেদেখা বাপেক গোপাল। চাহ বাগিচাখনৰ পৰা সাত-আঠ কিলোমিটাৰ দূৰৰ পৰা এম্বেছাদৰ গাড়ী এখনত অহা গোপালৰ গাত আছিল আৰক্ষী উপ-পৰিদৰ্শকৰ সম্পূৰ্ণ পোছাক। দুৱাৰত টোকৰ পৰাত দুৱাৰ খুলি সমুখত সম্পূৰ্ণ আৰক্ষী পোছাকত গোপালক দেখি জয়শ্ৰী বিস্ময়ত হতবাক হোৱাৰ দৰে হৈছিল। তাইৰ জনগোষ্ঠীৰ চুবুৰীয়া চিনাকি গাওঁবিলাকৰ ভিতৰত গোপালেই প্ৰথম গ্ৰেজুৱেট বুলি জয়শ্ৰীয়ে মেট্ৰিক পৰীক্ষা দুবাৰমান বেয়া কৰোঁতেই শুনিছিল। প্ৰথম গ্ৰেজুৱেট হৈ গোপালে পুলিচৰ ডাঙৰ অফিচাৰ হ'বলৈ ওলাইছে বুলিও জয়শ্ৰীয়ে শুনিছিল। সেই গোপালেই দুৱাৰৰ সমুখত তাইৰ খবৰ ল'বলৈ অহা বুলি জানি জয়শ্ৰীৰ দেহা পুলকিত হৈ পৰিছিল। স্থানীয় কলেজত পঢ়ি থাকোতেই জয়শ্ৰীহঁতৰ গাঁৱলৈ কেইবাবাৰো অহা সুঠাম দেহৰ দেখনিয়াৰ গোপালক আৰক্ষীৰ পোছাকতো জয়শ্ৰীয়ে ঘপহকৈ চিনি পাইছিল। তাইৰ সমুখত আৰক্ষী উপ-পৰিদৰ্শকৰ পোছাকত মিচিকিয়া হাঁহি মাৰি থিয় হৈ ৰোৱা গোপালৰ চকুলৈ চাই আচৰিত হোৱাৰ দৰে জয়শ্ৰীয়ে কৈছিল,

'আৰে গোপালদা, খবৰ নিদিয়াকৈ অসময়ত ক'ৰ পৰা ওলালহি? তাকো একেবাৰে পুলিচ অফিচাৰৰ ড্ৰেছ পিন্ধি। আহক, আহক, ভিতৰলৈ আহক।'

'ট্ৰেইনিং শেষ কৰি দুদিনমান ছুটিত গাঁৱত আছোহি। তুমি ইয়াত মেট্ৰিক পৰীক্ষা দিবৰ বাবে আছাহি বুলি শুনি খবৰ এটা লৈ যাওঁ বুলি ওলালোহি। পঢ়া-শুনা কেনে চলিছে?'

ড্ৰয়িং ৰুমৰ বেতৰ চকীত বহি লৈ গোপালে কোৱা কথা শুনি জয়শ্ৰীয়ে উত্তৰ দিছিল,

'পঢ়া-শুনা কৰিবৰে মন নোযোৱা হৈছেগৈ দেখোন, গোপালদা। দেউতাই পঠাইছে বাবে খুৰাৰ ঘৰত ভনীজনীক লৈ আছোহি আৰু। দেওবাৰে খুৰা গাঁৱৰ ঘৰলৈ যায়, সেয়ে আজি আপুনি খুৰাক লগ নাপাব।'

'তোমাৰ খুৰা গাঁৱৰ ঘৰলৈ দেওবাৰে যায় বুলি জানো দিয়া। তোমাৰ খুৰাক নহয়, তোমাকে লগ কৰিবলৈ আহিছো।'

'মোক লগ কৰিবলৈ একেবাৰে পুলিচ অফিচাৰৰ ড্ৰেছত আহিলযে গোপালদা। আপোনাক পিছে পুলিচ অফিচাৰৰ ড্ৰেছত বৰ ধুনীয়া লাগিছে।'

'তোমাৰ এই মন্তব্য শুনিবৰ বাবে মই ছাব-ইন্সপেক্টৰৰ পোছাকজোৰ পিন্ধি আহিলো। ভৱিষ্যতৰ মানুহজনীয়ে আৰক্ষীৰ পোছাক ভাল পাবনে নেপায় তাৰো পৰীক্ষা কৰা হওক বুলি।'

'গোপালদাৰ কথাবোৰ বুজি পাবলৈকে টান পাইছো। ভৱিষ্যতৰ মানুহজনীনো কোন?'

'তুমিও বৰ আঁকৰীজনী হৈ আছাহে। তোমাৰ ভন্টি আছে যদি চাহ-তাহ বনাবলৈ দিয়া। তাইৰ ভাবী ভিনিয়েক আহিছে বুলি ক'বা। এতিয়া বুজিলাতো?'

ভনীয়েকক ভাবী-ভিনিয়েক আহিছে বুলি ক'বলৈ কোৰাত জয়শ্ৰীয়ে লাজতে ড্ৰয়িংৰুমৰ পৰা ভিতৰলৈ দৌৰ মাৰি গৈ নিজেই চাহ বনাই আৰক্ষীৰ পোছাকত থকা গোপালক চাহ খুৱাইছিল। সেইদিনা আৰক্ষী পোছাকত অহা গোপালে বিশেষ আৰু কথা নাপাতি পিছলৈ পুনৰ আহিম বুলি জয়শ্ৰীক নতুন কলম এটা উপহাৰ দি গুচি গৈছিল। যাওঁতে জয়শ্ৰীৰ খুৰাক বাগিচাৰ ডিউটিলৈ কেইটা বজাত যায়, কেতিয়া ঘূৰি আহে আদি খবৰো গোপালে লৈ গৈছিল। ভাবী ভিনিয়েক বুলি শুনি আত্মহাৰা হৈ জয়শ্ৰীৰ ভনীয়েকে ডিউটিলৈ পুৱাই ওলাই যোৱা খুৰাকে দুপৰীয়া ভাত খাবলৈ আহি গধূলিহে ঘৰ সোমাইহি বুলি গোপালক জনাইছিল।

আৰক্ষী উপ-পৰিদৰ্শকৰ চাকৰিত সোমোৱা গোপালে এই খবৰৰ উচিত ব্যৱহাৰ কৰাত কৃতকাৰ্য হৈছিল। পিছ দিনাখনৰ পৰা এসপ্তাহ দিন সাধাৰণ পোছাকত চাইকেলত আহি খুৰাক ঘৰত নথকা সময়ত জয়শ্ৰীহঁতৰ লগত গোপালে সময় কটাই গৈছিল। পুলিচৰ চিপাহীৰ ওপৰত আন কোনোবা ডাঙৰ বিষয়া মিতিৰ-কুটুমৰ মাজত আছে বুলি নজনা ভনীয়েকে পুলিচৰ ডাঙৰ বিষয়াক ভিনি হিচাপে পাম বুলি ভাবি বায়েক জয়শ্ৰী আৰু গোপালক ৰুমত অকলে কথা পতাৰ সুযোগ দিছিল। আৰক্ষী উপ-পৰিদৰ্শকৰ আদব-কায়দা ইতিমধ্যে শিকি পেলোৱা গোপালে সেই সুযোগৰ সদ ব্যৱহাৰ কৰিছিল। ফলত জয়শ্ৰীৰ জীৱনলৈ অন্ধকাৰ নমাই অনা ঘটনা ৰাজিৰ এসপ্তাহ পুনৰাবৃত্তি ঘটিছিল। আৰু মেট্ৰিক পৰীক্ষা পঞ্চমবাৰৰ বাবে দিয়াৰ আগতেই জয়শ্ৰী অন্তঃসত্ত্বা হৈছিল।

পুলিচৰ চাকৰিত নামনি অসমত থাকে বুলি খবৰ পালেও মেট্ৰিক পৰীক্ষাৰ পিছত গাঁৱলৈ ঘূৰি অহা জয়শ্ৰীয়ে তাইৰ দেহৰ অবস্থা গোপালক কোৱাৰ সুযোগ নাপালে। কেনেবাকৈ গোপালৰ চাকৰি কৰা ঠাইৰ ঠিকনা যোগাৰ কৰি কেইবাখনো

চিঠি লিখাৰ পিছতো জয়শ্ৰীয়ে তাৰ পৰা একো উত্তৰ বিচাৰি নাপালে। গোপালহঁতৰ গাঁৱৰ পৰা বিয়া হৈ জয়শ্ৰীহঁতৰ গাঁৱলৈ বোৱাৰী হৈ অহা দুগৰাকীমান আত্মীয়ৰ মুখে জয়শ্ৰীয়ে পলমকৈ গম পাইছিল যে, গোপালৰ কলেজত পঢ়া দিনৰে পৰা ছোৱালী নষ্ট কৰি ফুৰাৰ স্বভাৱ আছিল। পুলিচৰ চাকৰি পালো বুলিও হেনো কেইবাখনো গাঁৱৰ বহু কেইঘৰ মানুহৰ ভাৰী জোঁৱাই গোপাল হৈছিল। পুলিচৰ চাকৰিত যোগদান কৰাৰ পিছত নিজৰ জনগোষ্ঠীৰ বাদেও আন জনগোষ্ঠীৰ মানুহৰো সি ভাৰী জোঁৱাই হৈছিল। সেয়ে তালৈ বাট চাই ৰোৱাৰ কোনো যুক্তি নাই বুলি গোপালৰ গাঁৱৰ পৰা বোৱাৰী হৈ অহা আত্মীয়ই তাইক বুজাইছিল।

গোপালৰ চৰিত্ৰ বুজি পোৱালৈ জয়শ্ৰীৰ ছমাহৰো অধিক সময় পাৰ হৈ গৈছিল। গাভৰু কালতে তলপেট ডাঙৰ হৈ পৰাত তাই ঘৰৰ পৰা ওলাব নোৱাৰা হৈ পৰিছিল। গোপালৰ আশা এৰি দিলেও পেটৰ পোৱালীটোৰ বাবেই তাই আত্মহত্যা কৰিম বুলিও কৰিব নোৱাৰিলে। পেটৰ পোৱালীটো জন্ম দিয়াৰ পিছত দেখাত সাইলাখ গোপালৰ দৰে বুলি দুই এগৰাকী গোপালক চিনি পোৱা তিৰোতাই মন্তব্য দিয়াত তাক ডিঙি চেপি মাৰি পেলাম বুলি ভাৱিও জয়শ্ৰীয়ে নোৱাৰিলে। সাইলাখ গোপালৰ দৰেই লগা পুতেকক দেখিলে হয়তো তাইক পলমকৈ হ'লেও পত্নী হিচাপে স্বীকৃতি দিব বুলি ক্ষীণ আশা পুহি ৰখা জয়শ্ৰীৰ আশা ধূলিসাৎ হোৱা যেন লাগিছিল নামনি অসমৰ এখন থানাৰ লক আপৰ পৰা পলাই যোৱা এজনী যোড়ষী গাভৰুৰ মৃতদেহ ৰেল লাইনত ৰেলগাড়ীয়ে কাটি টুকুৰা কৰাৰ খবৰ পঢ়ি। স্থানীয় বাতৰি কাকতত সেই খবৰে বিতৰ্কৰ সৃষ্টি কৰিছিল।

সেইখন থানাতে আৰক্ষী উপ-পৰিদৰ্শক হিচাপে গোপালে চাকৰি কৰিছিল বুলি জয়শ্ৰীয়ে ভালকৈয়ে জানিছিল। কাৰণ তাইক পুতেক ৰমেন যে সাইলাখ গোপালৰ দৰেই হৈছে, সেই খবৰ জনাই সেইখন থানাৰ ঠিকনাত গোপাললৈ গোপনে চিঠি দিছিল। চিঠিৰ লগত পাঁচবছৰীয়া পুতেক ৰমেনৰ পুলিচৰ পোছাকত পিন্ধা ফ'টো একপিও গোপাললৈ পঠাবলৈ জয়শ্ৰীয়ে পাহৰা নাছিল। গোপালে তাইক পত্নী হিচাপে স্বীকৃতি দিব বুলি ক্ষীণ আশা এটা পুহি ৰাখিয়েই জয়শ্ৰীয়ে তেনে চিঠি লিখাৰ কিছু দিনৰ পিছতে বিৰ্তকিত বাতৰিটো পঢ়িবলৈ পাইছিল।

নামনি অসমৰ ৰেল জংচনক গঢ় লৈ উঠা সৰু চহৰখনৰ থানাৰ লক আপৰ পৰা পলাই গৈ বীণা দেৱী নামৰ যোড়ষী গাভৰু এজনীয়ে ৰেলৰ আগত পৰি আত্মহত্যা কৰিছিল বুলি বাতৰিটো স্থানীয় দৈনিক কাকতত প্ৰকাশ পাইছিল। এইটো আছিল থানাৰ আৰক্ষীৰ ভাষ্য। পুলিচ থানাৰ লক আপৰ পৰা এজনী যোড়ষী গাভৰুৱে পলাই গৈ ৰেলৰ আগত পৰি কেনেকৈ আত্মহত্যা কৰিব পাৰে বুলি সৰু চহৰখনৰ ৰাইজে প্ৰশ্ন তুলিছিল। বীণা দেৱী নামৰ যোড়ষী গাভৰুজনীৰ

ৰেলৰ চেপাত খণ্ড-বিখণ্ড হোৱা মৃতদেহ দেখিও এয়া আত্মহত্যা হ'ব নোৱাৰে, পৰিকল্পিত হত্যাহে বুলি স্থানীয় ৰাইজে সন্দেহ প্ৰকাশ কৰিছিল বুলি বাতৰিত প্ৰকাশ পাইছিল। অৰ্থাৎ থানাৰ লক আপত অমানুষিক অত্যাচাৰৰ বলি হোৱা ৰীণা দেৱীৰ মৃতদেহ ৰেল লাইনত ৰেলে কাটক বুলি পেলাই দিয়া হৈছিল বুলি স্থানীয় ৰাইজে সন্দেহ প্ৰকাশ কৰিছিল বুলি বাতৰিত প্ৰকাশ পাইছিল। সেইটো কৰা হৈছিল, ৰীণা দেৱীয়ে থানাৰ লকআপৰ পৰা পলাই গৈ ৰেলৰ আগত পৰি আত্মহত্যা কৰিলে বুলি থানাৰ পুলিচে প্ৰচাৰ চলাবৰ বাবে।

থানাৰ লক আপত ৰীণা দেৱী নামৰ ষোড়শী গাভৰুজনীক পুলিচে অমানুষিক অত্যাচাৰ কৰকেইবা নকৰক, সেইখন থানাত চাকৰি কৰা নাৰীৰসিক গোপালৰ দ্বাৰাও তেনে কাম সম্ভৱ হ'ব পাৰে বুলি বাতৰিটো পঢ়ি জয়শ্ৰীয়ে সন্দেহ প্ৰকাশ কৰিছিল। তাইৰ সন্দেহৰ কথাটো কাকোৱেই কোৱা নহ'লেও এশ গৰু মাৰিলে বাঘৰো মৃত্যু বোলা কথাষাৰ মনত পেলাই ৰাইজৰ আগত তাইক ওলাব নোৱাৰা অৱস্থা কৰি যোৱা গোপালে এইবাৰ সাৰি যাব নোৱাৰিব বুলি জয়শ্ৰীয়ে ভাবিছিল। দুৰ্ভাগ্যবশতঃ জয়শ্ৰীয়ে ভৱামতে একোৱেই নহ'ল। থানাৰ লক আপৰ পৰা পলাই গৈ ৰেলৰ আগত পৰি ৰীণা দেৱীৰ সন্দেহজনক আত্মহত্যা বা হত্যা কৰা বিৰ্তকিত বাতৰিটো এসময়ত বাতৰি কাকতত স্থান নোপোৱা হ'ল। জয়শ্ৰীয়ে সন্দেহ কৰা মতে ছাব্ ইন্সপেক্টৰ গোপালৰ একোৱেই নহ'ল। বৰঞ্চ সেই থানাৰ পৰা তাতোকৈ ভাল থানালৈহে গোপালৰ ট্ৰেন্সফাৰ হৈছিল বুলি জয়শ্ৰীয়ে খবৰ পাইছিল।

এইবোৰ খবৰে জয়শ্ৰীৰ মন হতাশ কৰি তুলিছিল। এইখন পৃথিৱীত ৰীণা দেৱী আৰু তাইৰ দৰে নাৰীৰ স্থান যেন নায়েই, তেনে লাগিছিল জয়শ্ৰীৰ। আইন-কানুনবিলাক যেন একমাত্ৰ আৰক্ষী উপ-পৰিদৰ্শক গোপালহঁতৰ নিচিনা মানুহৰ বাবেহে, এনে ভাব হৈছিল জয়শ্ৰীৰ। গোপালে আন জাতৰ ছোৱালী বিয়া কৰাই সুখৰ সংসাৰ পাতিলে বুলি খবৰ পাই জয়শ্ৰীয়ে তাৰ পত্নী হোৱাৰ আশা এৰি দিছিল। অৱশ্যে তাৰ আগতে তাইক পত্নী হিচাপে স্বীকৃতি দিব বিচাৰিলেও গোপালৰ দৰে নষ্ট চৰিত্ৰৰ মানুহ এজনৰ লগত সংসাৰ নাপাতো বুলি জয়শ্ৰীয়ে ঠিৰাং কৰি পেলাইছিল।

নিজৰ ভুলৰ বাবে এই পৃথিৱীলৈ অহা পিতৃহীন পুতেক ৰমেনক পঢ়াই-শুনাই ডাঙৰ চৰকাৰী বিষয়া কৰিব লাগিব বুলি জয়শ্ৰীয়ে সংকল্প লৈছিল। সেইমতে ৰমেনে এবাৰতে মেট্ৰিকো পাছ কৰিছিল। মেট্ৰিক পাছ কৰি স্থানীয় কলেজখনত এড্‌মিছন লোৱাৰ পিছত ৰমেনে পুলিচত সোমাই সি ইতিমধ্যে গম পোৱা বাপেক গোপালৰ ওপৰত প্ৰতিশোধ ল'ম বুলি জয়শ্ৰীক কৈছিল।

'মা, মই বি. এ. পাছ কৰিয়েই পুলিচৰ চাকৰিত সোমাম।'

'প্ৰথমে বি. এ. পাছ কৰি ল'চোন। তাৰ পিছত চাকৰিৰ কথা চিন্তা কৰিবি।'

যিমানেই ডাঙৰ হৈ গৈ আছে, সিমানেই দেখাত সাইলাখ বাপেকৰ চেহেৰা লোৱা ৰমেনক পুলিচৰ চাকৰিত সোমোৱাতো জয়শ্ৰীয়ে কামনা কৰা নাছিল। সেয়ে ৰমেনক প্ৰথমে বি. এ. পাছ কৰি ল'বৰ বাবে পৰামৰ্শ দিছিল। বি. এ. পাছ কৰালৈকে তাৰ পুলিচৰ চাকৰিৰ প্ৰতি মোহভংগ হ'বগৈ বুলি জয়শ্ৰীয়ে আশা কৰিছিল। তাতোকৈ জয়শ্ৰীৰ ডাঙৰ ভয়টো আছিল দেখাই-শুনাই বাপেকৰ দৰে হোৱা ৰমেনে পুলিচৰ চাকৰিত সোমাই বাপেকৰ চৰিত্ৰ লোৱাটোলৈ। বাপেক গোপালৰ তেজে যদি ৰমেনৰ গাত উক্ দিয়ে, পুলিচৰ চাকৰিত সোমায়েই বাপেকে তাইক বা ৰীণা দেৱীক কৰাৰ দৰে সিও বহু ছোৱালী নষ্ট কৰাৰ আশংকা জয়শ্ৰীয়ে কৰিছিল।

'বি, এ. পাছ কৰাৰ আগতে পুলিচৰ চাকৰিৰ বাবে প্ৰস্তুতি চলাব লাগিব, মা। বি, এ পাছ কৰিব নোৱাৰিলে চিপাহীৰ চাকৰিতে সোমাম। তথাপিও পুলিচৰ চাকৰি কৰিম।'

'পুলিচৰ চাকৰিত সোমাবলৈনো তোৰ ইমান ইচ্ছা কিয় হৈছে? আন চাকৰি নাইনে আৰু?'

'পুলিচৰ চাকৰিত সোমাই তোক ইমান কষ্ট দিয়া মানুহটোক গুলিয়াই মাৰিব পাৰিলেহে মই শান্তি পাম।'

'তেনেকৈ ক'ব নাপায় ৰমেন। আমাৰ কষ্ট হ'লেও তোক জন্ম দিয়া মানুহটো তোৰ পিতৃ। তাক লৈ এনে কথা ক'ব নাপায়। তই পুলিচৰ চাকৰিত সোমাব নালাগে দে। বি, এ, পাছ কৰি মাষ্টৰ বা কেৰাণী হ'লেও হ'ব।'

'নাই মা, মই পুলিচত সোমামেই। আমাক কষ্ট দিয়া মানুহটোৰ ওপৰত মই প্ৰতিশোধ ল'মেই।'

পুতেক ৰমেনৰ কথা শুনি জয়শ্ৰীয়ে ভয় খাইছিল। বহু ছোৱালীক নষ্ট কৰা, ৰীণা দেৱীৰ দৰে ছোৱালীক হত্যা কৰিব পৰা বাপেক গোপালৰ তেজ থকা ৰমেনেও যে তাৰ কথা ৰাখিব, তাত জয়শ্ৰীৰ সন্দেহ নাছিল। পুলিচৰ চাকৰিত সোমাই পুতেক ৰমেন আন এক গোপাল হোৱাতো জয়শ্ৰীয়ে কামনা কৰা নাছিল। সেয়ে ভগৱানে যেন পুতেক ৰমেনক পুলিচৰ চাকৰি নিদিয়ে, সেই লৈ জয়শ্ৰীয়ে মৌন প্ৰাৰ্থনা জনাইছিল। আৰু যদি পুলিচৰ চাকৰিয়েই দিয়ে, তেন্তে তাইক এই পৃথিৱীৰ পৰা আগতীয়াকৈ লৈ যাবলৈ জয়শ্ৰীয়ে ভগৱানক প্ৰাৰ্থনা জনাইছিল। দেখাত সাইলাখ বাপেকৰ দৰে হোৱা ৰমেনক আৰক্ষীৰ পোছাকত চোৱাৰ ইচ্ছা জয়শ্ৰীৰ একেবাৰে নাছিল।

জয়শ্ৰীৰ মৌন প্ৰাৰ্থনা ভগৱানে হয়তো শুনিছিল। সেয়ে পুতেক ৰমেনক পুলিচৰ চাকৰিত সোমোৱাৰ সুবিধা নিদি একেবাৰে এই পৃথিৱীৰ পৰাই লৈ গ'ল। উপ

আৰক্ষী পৰিদৰ্শক গোপালে কৰা প্ৰতাৰণাৰ বাবে জয়শ্ৰীয়ে পুলিচৰ চাকৰি বেয়া পাই ৰমেনক লৈ তেনে প্ৰাৰ্থনা জনাইছিল, তাকতো একেবাৰে এই পৃথিৱীৰ পৰা লৈ যোৱাৰ প্ৰাৰ্থনা জনোৱা নাছিল। তথাপিও আৰক্ষীৰ পোছাক পিন্ধাৰ আগতে, বহুতক প্ৰতাৰণা কৰাৰ সুযোগ পোৱাৰ আগতে, ৰমেনে তাইক অকলে এৰি যোৱাত জয়শ্ৰীয়ে সুখী যেন অনুভৱ কৰিছিল। পিতৃহীন চফল ডেকা পুত্ৰক হেৰুৱাই তাই সঁচাই সুখীনে? সমুখত পৰি থকা শান্ত-শীতল ৰমেনৰ মৃতদেহলৈ চাই জয়শ্ৰীয়ে ডাঙৰ চিএৰ মাৰি কান্দি দিলে। তাইৰ কান্দোন শুনি ৰমেনৰ মৃতদেহ সৎকাৰৰ বাবে অহা গাঁৱৰ মানুহখিনিয়ে সকাহ পালে। ঘাত-প্ৰতিঘাতেৰে ভৰা পৃথিৱীত জীয়াই থাকিবলৈ হ'লে কান্দিবও জানিব লাগিব। তেনেকৈয়ে জীয়াই থাকিব লাগিব। জয়শ্ৰীও যেন তাৰ ব্যতিক্ৰম নহয়। পুত্ৰ হেৰুওৱা জয়শ্ৰীৰ কান্দোন শুনি ৰমেনৰ মৃতদেহ সৎকাৰলৈ অহা ৰাইজে তেনেকৈয়ে ভাবিলে।

# কাংকিন কীবাং

'মাই নেম্ ইজ অনিতা পেগু। আই ডিড্ মাই এইচ, এছ, এল, চি একজাম্ ফ্ৰ'ম ছেণ্ট মেৰীজ গাৰ্লছ হাইস্কুল।'

'অনিতালৈ বহু ধন্যবাদ। তেওঁ এইখন কলেজলৈ অহা এইবাৰৰ নৱাগতসকলৰ ভিতৰত আটাইতকৈ বেছি নম্বৰ পাই আহিছে। তেওঁৰ মেট্ৰিকৰ পাৰ্চেণ্টেজ হ'ল ছেভেন্টি ছিক্স। সভাত উপস্থিত ন-পুৰণি ছাত্ৰ-ছাত্ৰীয়ে হাত চাপৰি মাৰি অনিতাক এইখন কলেজলৈ আদৰণি জনাওঁ আহক।'

ষ্টেজত বহা ঘোষকে কথাখিনি কোৱাৰ লগে লগে সভাত উপস্থিত ছাত্ৰ-ছাত্ৰীৰ হাত চাপৰিয়ে সভাকক্ষ ক্ষন্তেকৰ বাবে উৎসৱমুখৰ কৰি তুলিলে।

অনিতা পেগু নামৰ নৱাগতা ছাত্ৰী গৰাকীয়ে ইংৰাজীত নিজৰ পৰিচয় দি থকা অৱস্থাতে কলেজখনৰ কাংকিন কীবাঙৰ মুকলি সভাত বিশিষ্ট অতিথি হিচাপে যোগদান কৰিবৰ বাবে ছিনিয়'ৰ বি, ডি, অ' জগত মিলি সভাকক্ষত সোমালহি। কলেজখনৰ অধ্যক্ষ গিৰীন্দ্ৰ নাথ পেগুৱে মঞ্চলৈ মুখ মেলি হাঁহি চাই থাকিয়েই তেওঁৰ কাষৰ খালী চকীখনত ছিনিয়'ৰ বি, ডি, অ' জগত মিলিক সোহাঁতেৰে বহাৰ ইংগিত দিলে। জগত মিলি চকীখনত বহাৰ লগে লগে তেওঁলৈ চাই চিনি পোৱাত বহাৰ পৰা ঘপহকৈ উঠি নমস্কাৰ জনাই অধ্যক্ষ পেগুৱে ক'লে,

'অ' মিলি ছাৰ নেকি? মই মনেই কৰা নাছিলো। বহক, বহক। পুৰা দহ বজাত আৰম্ভ হ'বলগীয়া ন-পুৰণি ছাত্ৰ-ছাত্ৰীৰ চিনাকি পৰ্ব এই খন্তেক আগতে আৰম্ভ হৈছেহে। মুকলি সভাখন অলপ পলম হ'ব আৰু।'

'এৰা, দিনৰ এটা বজাৰ পৰা মুকলি সভা আৰম্ভ হ'ব বুলি ভাবি আহিছিলো। এটা বাজি গ'লেইচোন।'

'ছাত্ৰ-ছাত্ৰীৰ কথা বুলি বেয়া নাপাব আৰু ছাৰ। অলপ পিছতে মুকলি সভাৰ কাৰ্যসূচী আৰম্ভ কৰাৰ ব্যৱস্থা মই ল'ম।'

অধ্যক্ষ গিৰীন্দ্ৰনাথ পেগুয়ে থিয় হৈ ছিনিয়'ৰ বি, ডি, অ' জগত মিলিৰ লগত কথা পতা দেখি মঞ্চত চিনাকি পৰ্ব চলি থকাত ক্ষন্তেকৰ বাবে যতি পৰিল। অধ্যক্ষ পেগু চকীত বহাৰ লগে লগে পুনৰ চিনাকি পৰ্ব চলিল।

'আচ্ছা অনিতা, তুমি ইমান ভাল পাৰ্চেণ্টেজ লৈ মেট্ৰিক পাছ কৰি এই সৰু চহৰখনৰ কলেজত এড্‌মিচন ল'লা, তুমি ভৱিষ্যতে কি পঢ়িম বুলি ভাবিছা?'

'আই উইল ষ্টাডী মেডিকেল।'

'বহুত ধন্যবাদ অনিতা। এতিয়া তুমি যোৱা।'

মহকুমাৰ পৰা জিলা সদৰ মুখ্য কাৰ্যালয় হোৱাৰ আগতেই সৰু চহৰখনৰ কলেজখনত কলা আৰু বিজ্ঞান শাখাৰ ডিগ্ৰী কোৰ্ছলৈকে খোলা হৈ গৈছিল বুলি জগত মিলিয়ে শুনিছিল। এইখন কলেজৰ পৰা বিজ্ঞান শাখাত হায়াৰ ছেকেণ্ডাৰী পাছ কৰি কেইবাজনো মিচিং ছাত্ৰ-ছাত্ৰীয়ে ডাক্তৰ-ইঞ্জিনীয়াৰ পঢ়ি আছেগৈ বুলিও শুনিছিল। সেয়ে কলেজখনৰ ন-পুৰণি ছাত্ৰ-ছাত্ৰীৰ কাংকিন্ কৌবাং স্থানীয় টি, এম, পি, কে অৰ্থাৎ মিছিং ছাত্ৰ সন্থাই পাতি মুকলি সভাত বিশিষ্ট অতিথি হিচাপে আমন্ত্ৰণ জনোৱাত ছিনিয়'ৰ বি, ডি অ' জগত মিলিয়ে একে কোৱেই সন্মতি জনাইছিল। কলেজখনত অধ্যাপনা কৰা বুৰঞ্জী বিভাগৰ অধ্যাপক জিতেন মেদক, ৰসায়ন বিভাগৰ অধ্যাপক প্ৰদীপ বৰুৱা আৰু প্ৰাণী বিদ্যাৰ অধ্যাপক বিকাশ ৰঞ্জন গগৈক লগ পাই কিছু সময় আড্ডা মাৰিব পৰা যাব বুলিও জগত মিলিয়ে কাংকিন কৌবাঙৰ মুকলি সভাত যোগদান কৰাৰ কথাত সন্মতি জনাইছিল। মিচিং জনগোষ্ঠীৰ হোৱা বাবে বুৰঞ্জী বিভাগৰ অধ্যাপক জিতেন মেদকক কলেজখনৰ মিচিং ল'ৰা-ছোৱালীয়ে আমন্ত্ৰণতো জনাবই, জনজাতীয় ছাত্ৰ-ছাত্ৰীৰ মাজত অতি প্ৰিয় ৰসায়ন বিভাগৰ অধ্যাপক প্ৰদীপ বৰুৱা আৰু প্ৰাণীবিদ্যা বিভাগৰ অধ্যাপক বিকাশ ৰঞ্জন গগৈকো নিশ্চয় আমন্ত্ৰণ জনাব বুলি জগত মিলিয়ে আশা কৰি আছিছিল। আশা কৰা মতেই তিনিওজনকে কলেজখনৰ অধ্যক্ষ গিৰীন্দ্ৰ নাথ পেগুৰ বাওঁফালে একেশাৰীত চকীত বহি থকা জগত মিলিয়ে দেখা পালে। চকুৰ ইংগিতেৰে মুখত হাঁহি লৈ তিনিওজনলৈ চোৱাৰ পিছত ন-পুৰণি ছাত্ৰ-ছাত্ৰীৰ চিনাকি পৰ্বৰ বাবে মুকলি সভা পলমকৈ আৰম্ভ হোৱা স্বত্বেও জগত মিলিৰ বেয়া নালাগিল।

মঞ্চত শুদ্ধ অসমীয়াত চিনাকি পৰ্ব পৰিচালনা কৰি থকা ছাত্ৰজনৰ প্ৰশ্নৰ উত্তৰ কোনোবা ছাত্ৰ-ছাত্ৰীয়ে ইংৰাজীত আৰু বেছিভাগ ছাত্ৰ-ছাত্ৰীয়েই অসমীয়াত উত্তৰ দিয়াত মিচিং ছাত্ৰ-ছাত্ৰীৰ কাংকিন কৌবাং যেন জগত মিলিৰ নালাগিল। মিচিং ভাষাত প্ৰশ্ন আৰু উত্তৰ হোৱা হ'লে ভাল আছিল বুলি ভাবি কলেজখনৰ অধ্যক্ষ গিৰীন্দ্ৰনাথ পেগুৰ ফালে হাউলি তেওঁৰ কাণৰ ওচৰত মুখখন থৈ জগত মিলিয়ে সুধিলে,

'মঞ্চত প্ৰশ্ন কৰি থকা ল'ৰাটো ক'ৰ মিচিং ল'ৰা? বৰ ধুনীয়া অসমীয়াত কাংকিন কৌবাং পৰিচালনা কৰি আছে। চিনাকি পৰ্বটো মিচিং ভাষাত হোৱা হ'লে ভাল আছিল।'

'অ', আপুনি তাক চিনি নাপায় চাগে। সি গুৱাহাটীৰ পৰা প্ৰকাশিত প্ৰখ্যাত বাতৰি কাকত 'দৈনিক মাতৃভূমি'ৰ আমাৰ ইয়াৰ স্থানীয় সাংবাদিক। সি মিচিং ল'ৰা নহয়, তাৰ নাম প্ৰদ্যুৎ চলিহা। আমাৰ এই অঞ্চলৰ বানপানী, গৰাখহনীয়া, বানপানীত বিধ্বস্ত মিচিং ৰাইজে চৰকাৰী সাহায্য পোৱা-নোপোৱাক লৈ 'দৈনিক মাতৃভূমি'ত বৰকৈ লিখে বাবে তাক আমাৰ ল'ৰাবোৰে ভাল পায়। তাৰ কাষত সোঁফালে বহাজন আমাৰ জিলাৰ টি, এম, পি, কেৰ সভাপতি মনোৰঞ্জন দলে। তাৰ সোঁফালৰজন সাধাৰণ সম্পাদক দিলীপ পাৰগাম। সিহঁত দুজনক চিনি পাইছে চাগে।'

'সিহঁত দুজনক চিনি পাইছো। আজিৰ সভাৰ বাবে নিমন্ত্ৰণ জনাবলৈ সিহঁত মোৰ অফিচলৈ গৈছিল। চান্দা অলপো সিহঁতৰ হাততে দি পঠাইছিলো। পিছে ছাত্ৰ-ছাত্ৰীৰ কাংকিন কৌবাং মিচিং ভাষাত হোৱা হ'লে বেছি ভাল লাগিলহেতেন। সিহঁত দুজনৰ কোনোবা এজনে মিচিং ভাষাত পৰিচালনা কৰিব পাৰিলে হয়।'

'এৰা, কথাটো মিছা নহয়। পিছে কলেজত পঢ়া মিচিং ল'ৰা-ছোৱালীৰ বহুতে মিচিং ভাষা নাজানে। সেই ৰঙা নদী ফালৰ ছাত্ৰ-ছাত্ৰীখিনি বিহিয়া, চামুগুৰিয়া বুলি আপুনি জানেইচোন। সেয়ে অসমীয়াতে কাংকিন কৌবাং চলাইছে। ৰ'ব, মই মিচিং ভাষাতো প্ৰশ্ন কৰিবলৈ কওঁ।'

'নালাগে দিয়ক। সকলো ছাত্ৰ-ছাত্ৰীয়ে বুজিব পৰা ভাষাত চিনাকি পৰ্ব হোৱাটোৱেই বেছি ভাল। মই আহি পোৱাৰ লগে লগে চিনাকি দিয়া অনিতা পেগু নামৰ ছাত্ৰীগৰাকীয়ে ভাল ইংৰাজীত চিনাকি দিলে দেই। তাই ইংৰাজী মাধ্যমত পঢ়ি অহা যেন পাওঁ।'

'হয়, তাই আমাৰ ইয়াৰ ছেন্ট মেৰীজ গাৰ্লছ হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি অহা। ঘৰৰ আৰ্থিক অৱস্থা বৰ এটা ভাল নোহোৱা বাবে কটন কলেজলৈ নপঠিয়াই বাপেকে তাইক ইয়াতে নামভৰ্ত্তি কৰি দিছে। তাইৰ লগৰ বেছি ভাগেই কটন কলেজলৈ গ'ল।'

'আপোনালোকৰ এই চহৰতো বহু কেইখন ইংৰাজী মাধ্যমৰ স্কুল হ'ল নহয়নে?'

'নক'ব আৰু, ছেন্ট মেৰীজ, ড'ন বস্কোৰ বাদেও প্ৰাইভেটকৈ বহু ইংৰাজী মাধ্যমৰ স্কুল হৈছে। আজিকালি এই টাউনখনৰ বেছিভাগ পৰিয়ালে ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুললৈ পঠায়। অলপ ৰ'ব দেই, মই মিচিং ভাষাত প্ৰশ্ন কৰিবলৈ এই শ্লিপখন মঞ্চলৈ দি পঠাওঁ।'

কথাখিনি কৈ এজন ছাত্ৰৰ হাতত অধ্যক্ষ পেগুৱে মিচিং ভাষাত প্ৰশ্ন কৰিবৰ বাবে কাগজ টুকুৰা মঞ্চলৈ বুলি দি পঠালে। মঞ্চত সভাপতিত্ব কৰি থকা টি, এম, পি, কেৰ সভাপতি মনোৰঞ্জন দলেয়ে অধ্যক্ষ পেগুৱে দি পঠিওৱা কাগজ টুকুৰা

পঢ়ি চাই চিনাকি হ'বলৈ মঞ্চৰ মাইকৰ সমুখত থিয় হৈ থকা ছাত্ৰজনলৈ চাই মিচিং ভাষাত প্ৰশ্ন কৰিলে,

'নক্ আমিন্ অক্কন্? নক্ অকুম্ অকলন্? ন অক ক্লাছল এডমিচনঅীম্ লাঃতুন্? লুচুগৰ্‌ত, অময়্ কম্‌দুং।'

একে কোবতে মিচিং ভাষাত কেইবাটাও প্ৰশ্ন শুনি মাইকৰ সমুখত থিয় হৈ থকা ছাত্ৰজনে হাঁহিমনে কান্দিমনে ভাৱত সভাপতি মনোৰঞ্জন দলেলৈ ভেবা লাগি চাই থাকিল। ছাত্ৰজনৰ অসহায় চাৱনি দেখি সিয়ে মিচিং মাতৃভাষী নহয়, সেই কথা বুজি সভাপতি দলেয়ে ধেমেলীয়া সুৰত মাইকত ঘোষণা কৰিলে,

'চী কঃচী মিচিং লুকিন্‌মানী জাঃতী! — এই ল'ৰাটো মিচিং ভাষা ক'ব নোৱাৰা জাতৰ! এনেধৰণৰ অসুবিধাৰ বাবে আমি আমাৰ ইয়াৰ প্ৰখ্যাত সাংবাদিক প্ৰদ্যুৎ চলিহাদেৱক কাংকিন কাঁবাঙৰ চা-চিনাকি পৰ্বটো অসমীয়াত পৰিচালনা কৰিবৰ বাবে আমন্ত্ৰণ কৰি আনিছিলো। নলু আয়মাপ্ মীয়কা-আপোনালোকে তাৰ বাবে বেয়া নাপাব।'

কথাখিনি কৈ লাজকুৰীয়া ভাৱত মাইকৰ সমুখত থিয় হৈ থকা ছাত্ৰ জনলৈ চাই সভাপতি দলেয়ে অসমীয়াত পুনৰ ক'লে,

'তুমি মিচিং ভাষা নজনা মিচিং ল'ৰা যেন পাইছো। তোমাক মই সুধিছিলো এই বুলি— তোমাৰ নাম কি? তোমাৰ ঘৰ ক'ত? তুমি কোন ক্লাছত এডমিচন লৈছা? সোনকালে কোৱা, সময় কম। এতিয়া সঁচাকৈয়ে সোনকালে কোৱাচোন।'

সভাপতি দলেৰ কথা শুনি ছাত্ৰজনে লাজকুৰীয়া হাঁহি মাৰি তলমূৰকৈ মাইকত ক'লে,

'মই মিচিং ভাষা নোকোৱা মিচিং জাতৰ। মোক সোধা প্ৰশ্ন অসমীয়াত সোধাতহে বুজি পাইছো। মোৰ নাম ৰাজেন পাব, মোৰ ঘৰ ৰঙানদী পাৰৰ দাখুকিয়াল গাঁৱত। আৰু মই এইখন কলেজত আৰ্টছৰ ফাষ্ট ইয়েৰ হায়াৰ ছেকেণ্ডেৰীত এড্‌মিচন লৈছো।'

কথা কোৱা শেষ হোৱাৰ লগে লগে দৌৰি যোৱাৰ দৰে মুখত এমোকোৰা লাজকুৰীয়া হাঁহি লৈ ৰাজেন পাব নামৰ ছাত্ৰজন মঞ্চৰ পৰা নামি গ'ল। ছাত্ৰজন মঞ্চৰ পৰা নামিব ধৰোতেই মাইকত সভাপতিয়ে ঘোষণা কৰিলে,

'এতিয়ালৈ আমাৰ ছাত্ৰ-ছাত্ৰীৰ চিনাকি পৰ্ব সামৰিছো। মুকলি সভালৈ বুলি আমাৰ ইয়াৰ জিনিয়'ৰ বি, ডি, অ' জগত মিলি ছাৰ, [illegible] মন্ত্ৰী পদ্মেশ্বৰ পেগুছাৰ আৰু আমাৰ কলেজৰ অধ্যক্ষ পেগু ছাৰকে ধৰি মেদক ছাৰ, বৰুৱা ছাৰ, গগৈছাৰহঁত উপস্থিত হৈছেহি। মুকলি সভা ইতিমধ্যে পলমেই হৈ গৈছে। মুকলি সভা আমি এতিয়াই আৰম্ভ কৰিম। মুকলি সভাৰ পিছত পুনৰ ছাত্ৰ-ছাত্ৰীৰ চিনাকি পৰ্ব অনুষ্ঠিত

হ'ব। আমাৰ ন-পুৰণি ছাত্ৰ-ছাত্ৰীসকলে ধৈৰ্যৰে থাকি একেবাৰে সাংস্কৃতিক সন্ধিয়া শেষ নোহোৱা পৰ্যন্ত নাযায় যেন।'

সভাপতি মনোৰঞ্জন দলেয়ে কৰা ঘোষণাৰ লগে লগে মঞ্চত বহা ছাত্ৰ নেতা আৰু সাংবাদিক প্ৰদ্যুৎ চলিহা মঞ্চৰ পৰা নামি আহিল। মঞ্চৰ পৰা নামি আহি সাংবাদিক প্ৰদ্যুৎ চলিহা জগত মিলিৰ ওচৰ পাওঁতে মিলিয়ে মাত লগাওঁ বুলি মুখ মেলিছিল। তেওঁক নেদেখা ভাও জুৰি উচাৎ মাৰি সাংবাদিক প্ৰদ্যুৎ চলিহাই আঁতৰি যোৱা জগত মিলিয়ে লক্ষ্য কৰিলে। অৱশ্যে সাংবাদিক প্ৰদ্যুৎ চলিহাৰ পৰা তেনে ব্যৱহাৰ পোৱাৰেই বেছি সম্ভাৱনা বুলি জগত মিলিয়ে ভাবিছিল। তেনে ব্যৱহাৰৰ কাৰণো একেবাৰে নোহোৱা নহয়। বানপানীয়ে বিধ্বস্ত কৰা ৰাষ্টা-ঘাট নোহোৱা মিচিং অধ্যুষিত অঞ্চলত বাতৰি সংগ্ৰহৰ সুবিধাৰ্থে সাংবাদিক প্ৰদ্যুৎ চলিহাই মটৰ চাইকেল এখন কিনি দিবলৈ জগত মিলিক অনুৰোধ জনাইছিল। চেষ্টা কৰি চাম বুলি সাংবাদিক চলিহালৈ মটৰ চাইকেল এখন কিনি দিয়াত জগত মিলিয়ে বহু পলম কৰি পেলাইছিল।

আৰু সেই কথাই জগত মিলিৰ চাকৰি যাওঁ যাওঁ অৱস্থা কৰি তুলিছিল। 'ৰঙা জান ব্লকৰ ছিনিয়'ৰ বি, ডি, অ' জগত মিলিৰ অবাধ দুৰ্নীতি', 'গুৱাহাটীৰ হাতীগাওঁত প্ৰাসাদোপম অট্টালিকাৰ মালিক জগত মিলি' বুলি গুৱাহাটীৰ পৰা প্ৰকাশিত 'দৈনিক মাতৃভূমি' নামৰ কাকতখনত এক-দুইকৈ এলানি প্ৰতিবেদন প্ৰকাশ পাইছিল। স্থানীয় মন্ত্ৰীজনৰ বাদেও কেইবাগৰাকীও মন্ত্ৰীক হাতে-ভৰিয়ে ধৰাৰ দৰে কৰিহে সেইবাৰলৈ জগত মিলি ৰক্ষা পৰিছিল। আৰু সেই প্ৰতিবেদনৰ অন্তৰালত যে ডেকা সাংবাদিক প্ৰদ্যুৎ চলিহা আৰু তেওঁ বিচৰা মটৰ চাইকেলখন জড়িত আছিল সেই কথা জগত মিলিয়ে জানিছিল। যিখন বাতৰি কাকতত এলানি প্ৰতিবেদন তেওঁৰ বিপক্ষে লিখিছিল, সত্য-নিষ্ঠ সাংবাদিকতাৰ বাবে উৰ্চগিত সেইখন 'দৈনিক মাতৃভূমি' নামৰ বাতৰি কাকতখনৰ স্বত্বাধিকাৰজনযে এজন ঠিকাদাৰহে আছিল, এই কথা সৰু চহৰখনৰ সাংবাদিক প্ৰদ্যুৎ চলিহাই নাজানে বুলিয়েই জগত মিলিয়ে ধৰি লৈছিল। প্ৰথম শ্ৰেণীৰ ঠিকাদাৰ বুলি বহু টকাৰ চৰকাৰী ঠিকা লৈ সেই টকা বিনিয়োগ কৰি যে 'দৈনিক মাতৃভূমি'খন উলিয়াইছে, এই কথা প্ৰদ্যুৎ চলিহাৰ দৰে সাংবাদিকে জানিও নজনাৰ ভাও জুৰিবও পাৰে বুলি জগত মিলিয়ে ভাবিছিল। অৱশ্যে সত্য-নিষ্ঠ সাংবাদিকতাৰ বাবে উৰ্চগিত বাতৰি কাকতখনৰ সাংবাদিক হৈ সংবাদ সংগ্ৰহৰ বাবে মটৰ চাইকেল এখন উপহাৰ হিচাপে বিচাৰোতেই সাংবাদিক প্ৰদ্যুৎ চলিহাৰ চৰিত্ৰ আৰু কাকতখনৰ স্বত্বাধিকাৰৰ চৰিত্ৰৰ পাৰ্থক্য নাই বুলি জগত মিলিয়ে বুজি পাইছিল। জীৱিকাৰ বাবে বৃত্তি যিয়েই নহওক, সকলো একেই পানীৰ মাছ।

'ছাৰ আপুনি কি ভবাত লাগিলনো? মঞ্চলৈ আপোনাক আমন্ত্ৰণ জনাই আপোনাৰ নাম দুবাৰো ঘোষণা কৰিলে। বলক ছাৰ, মোৰ লগত বলক। প্ৰিন্সিপাল ছাৰ মঞ্চত বহা কিছু সময় হ'লেই।'

ছাত্ৰ-ছাত্ৰীৰ চিনাকি পৰ্বত সভাপতিত্ব কৰা মনোৰঞ্জন দলেয়ে সমুখত হাউলি থিয় হৈ মিচিং ভাষাত সক মাতেৰে কোৱাতহে ভাৰত বিভোৰ হৈ বহি থকা জগত মিলিৰ সম্বিত ঘূৰি অহাৰ দৰে লাগিল। পকেটৰ পৰা ৰুমাল উলিয়াই মুখখন মচি লৈ ঘপহকৈ থিয় হৈ মঞ্চত ইতিমধ্যে বহা অধ্যক্ষ পেগুলৈ এবাৰ চাই মনোৰঞ্জন দলেৰ লগত তলমূৰকৈ গৈ জগত মিলি মঞ্চৰ চকীত অধ্যক্ষ পেগুৰ সোঁফালে বহিলগৈ। মাইকত ঘোষণাক্ৰমে প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগু, কলেজখনৰ বুৰঞ্জী বিভাগৰ অধ্যাপক জিতেন মেদক, প্ৰাণী বিদ্যা বিভাগৰ অধ্যাপক বিকাশ ৰঞ্জন গগৈ আৰু ৰসায়ন বিভাগৰ অধ্যাপক প্ৰদীপ বৰুৱাই মঞ্চলৈ উঠি আহি চকীত বহাৰ লগে লগে কলেজখনৰ অধ্যক্ষ গিৰীন্দ্ৰ নাথ পেগুৱে কাংকিন কৌবাঙৰ মুকলি সভাৰ কাৰ্যসূচী আৰম্ভ কৰি দিলে।

মুকলি সভাৰ সভাপতিৰ দায়িত্ব গ্ৰহণ কৰি কলেজখনৰ অধ্যক্ষ গিৰীন্দ্ৰ নাথ পেগুৱে আৰম্ভণি গীত গোৱা আৰু টি, এম, পি, কেৰ সম্পাদক দিলীপ পায়ে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ পিছতে প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুক ভাষণ দিবলৈ অনুৰোধ জনালে। ভাষণ যাতে চমু কৰে এই কথাও সোঁৱৰাই দিলে। ৰাজনীতি, কৰ্মনীতি আদিকৈ বহু বিষয় সামৰি দিয়া ভাষণত কাংকিন কৌবাঙত মিচিং ভাষা ব্যৱহাৰ নোহোৱা বাবে দুঃখ প্ৰকাশ কৰি ভাষণ সামৰিলে। ভাষণ প্ৰসংগত প্ৰাণী বিদ্যাৰ অধ্যাপক বিকাশ ৰঞ্জন গগৈয়ে আহোম যুগত আহোম আৰু মিচিঙৰ সম্পৰ্কৰ কথা কৈ সেই সম্পৰ্ক এতিয়াও অটুট থকাৰ কথা ক'লে। উদাহৰণ স্বৰূপে, তেওঁৰ দূৰ সম্পৰ্কীয় ভতিজা ছোৱালী মিচিঙৰ কামান আৰু মেদকলৈও বিয়া দিয়াৰ কথা সোঁৱৰিলে। প্ৰাণীবিদ্যাতকৈ উদ্ভিদ বিদ্যাৰ ছাত্ৰ হোৱা হ'লে মিচিং মানুহে গাহৰি মাংসৰ লগত খোৱা বনৰীয়া শাক অমে, দীৰ্মি, তাকুক্, পাক্ৰম্ আদিৰ ওপৰত গৱেষণা কৰাৰ বৰ মন আছিল বুলি অধ্যাপক গগৈয়ে কৈ মিচিং ছাত্ৰ-ছাত্ৰীক ভৱিষ্যতে তেনে দিশত গৱেষণা কৰিবলৈ পৰামৰ্শ দি ভাষণ সামৰিলে। ৰসায়ন বিভাগৰ অধ্যাপক প্ৰদীপ বৰুৱাই আহোমে খোৱা সাজপানী আৰু মিচিঙে খোৱা পঃৰ আপং গৱেষণা কৰি বীয়েৰৰ দৰে বজাৰত দিব পাৰিলে আহোম আৰু মিচিং জনগোষ্ঠীৰ আৰ্থিক অৱস্থাৰ উন্নতিৰ সম্ভাৱনীয়তাৰ কথা ক'লে। সেই দিশত তেওঁ গৱেষণা কৰি আছো বুলি কৈ মিচিং ছাত্ৰ-ছাত্ৰীয়ে ৰসায়ন বিভাগত পঢ়ি তেওঁক সহায় কৰিবলৈ অধ্যাপক বৰুৱাই আহ্বান জনালে। বুৰঞ্জী বিভাগৰ অধ্যাপক জিতেন মেদকে তেওঁৰ চমু ভাষণত মিচিং সমাজ-সংস্কৃতিৰ কথা

কৈ মিচিং ছাত্ৰ-ছাত্ৰীয়ে তেওঁৰ বন্ধু জগত মিলিৰ দৰে প্ৰশাসনীয় সেৱাৰ চাকৰিৰ বাবে চেষ্টা কৰিব লাগে বুলি ক'লে।

সৰ্বশেষত বিশিষ্ট অতিথিৰ ভাষণত ছিনিয়'ৰ বি, ডি, অ' জগত মিলিয়ে তেওঁৰ ল'ৰালিৰ পিছপৰা গাঁৱৰ কথা, দেৰগাঁৱৰ সৰু এখন কলেজত পঢ়াৰ কথা, সেইখন কলেজতে কেইবছৰমান শিক্ষকতা কৰাৰ কথা আৰু বিয়া-বাৰু কৰি ল'ৰা-ছোৱালীৰ বাপেক হোৱাৰ পিছতহে অসম অসামৰিক সেৱাৰ চাকৰিত যোগদান কৰি এতিয়া জ্যেষ্ঠ খণ্ড উন্নয়ন বিষয়া হৈ থকাৰ কথা ক'লে। মিচিংসকলৰ আৰ্থ-সামাজিক আৰু ঘৰুৱা আৰ্থিক অৱস্থালৈ চাই কলেজত পঢ়ি থাকোতেই প্ৰশাসনীয় সেৱাৰ চাকৰিৰ বাবে চেষ্টা চলাই যাবলৈ সভাত উপস্থিত মিচিং ছাত্ৰ-ছাত্ৰীক উপদেশ দিলে। চেষ্টা কৰিলে যিকোনো কলেজত পঢ়িও প্ৰশাসনীয় সেৱাৰ চাকৰিৰ প্ৰতিযোগিতামূলক পৰীক্ষাত উত্তীৰ্ণ হ'ব পাৰি বুলি জগত মিলিয়ে ক'লে। প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুক সমৰ্থন জনাই আজিৰ কাংকিন কীবাং মিচিং ভাষাত হোৱা হ'লে বেছি সুখী হ'লহেতেন বুলি কৈ মিচিংসকল আজিকালি মাল্টি লিংগুৱেল অৰ্থাৎ কেইবাটাও ভাষা কোৱাৰ জনগোষ্ঠী হ'ল বুলি জগত মিলিয়ে ভাষণ প্ৰসঙ্গত ক'লে। মাতৃভাষা মিচিঙৰ বাদেও মিচিংসকলে অসমীয়া, ইংৰাজী, হিন্দী ভাষা জনাতো, বিশেষকৈ শিক্ষিত সকলে, একপ্ৰকাৰ বাধ্য বুলিও তেওঁ ক'লে। তথাপিও মিচিং ভাষাতো পাহৰি যোৱাতো উচিত নহয় বুলি কৈ অই-নিঃতম এটা গাই দি জ্যেষ্ঠ খণ্ড উন্নয়ণ বিষয়া জগত মিলিয়ে তেওঁৰ বিশিষ্ট অতিথিৰ ভাষণ সামৰিলে।

কলেজখনৰ অধ্যক্ষ গিৰীন্দ্ৰ নাথ পেগুৱে সভাপতিৰ ভাষণ দি থাকোতে দৰ্শকৰ প্ৰথম শাৰীৰ চকীত বহা টি, এম, পি, কেৰ সভাপতি মনোৰঞ্জন, দলেলৈ চাই সাধাৰণ সম্পাদক দিলীপ পাৱে ক'লে,

'মিপাক্ বিয়া কৰোৱা মিলি ছাৰে আমাক মিচিং ভাষা ক'বলৈ কয়, ছাৰৰ ঘৈণী আৰু ল'ৰা-ছোৱালীয়ে মিচিং নাজানেই দেখোন।'

দিলীপ পাৱৰ কথা শুনি বাওঁহাতৰ তৰ্জনি আঙুলি থিয়কৈ নিজৰ মুখত দি মনে মনে থকাৰ ইংগিত দি মনোৰঞ্জন দলেয়ে সৰু মাতত ক'লে,

'এইবোৰ কথা ছাৰহঁতে শুনাকৈ মৰি গ'লেও ন'কবি অ'ই দিলীপ। টি, এম, পি, কেৰ সাধাৰণ সম্পাদক হৈ তই এইবোৰ কথা নুবুজিলে কেনেকৈ হ'ব? আজিকালি মানুহে কয় এটা, কাম কৰে ওলোটা। মিলি ছাৰ আৰু পেগু ছাৰৰ টকাৰেইচোন আজি আমি কাংকিন কীবাং পাতিছো। ছাৰহঁতক সমালোচনা কৰি কথা ক'লে আমি ভৱিষ্যতে টকা বিচাৰি ছাৰহঁতৰ ওচৰলৈ যাব নোৱাৰিম। বুজিলি নহয়?'

কিছু সময়ৰ পিছতে অধ্যক্ষ পেগুৱে সভাপতিৰ ভাষণ দি শেষ কৰাত টি, এম, পি, কেৰ সাধাৰণ সম্পাদক দিলীপ পাৱে খৰধৰকৈ মঞ্চলৈ গৈ শলাগৰ শৰাই

আগবঢ়ালে। সভা, ভংগৰ অন্তত মঞ্চৰ পৰা নামি আহি, মনোৰঞ্জন দলেইতক চিনাকি পৰ্ব পুনৰ আৰম্ভ কৰিবলৈ কৈ অধ্যক্ষ পেগুৱে বিশিষ্ট অতিথি জগত মিলি অধ্যাপক গগৈ, বৰুৱা আৰু মেদক আৰু প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুক চাহ খুৱাও বুলি কলেজ কেম্পাছৰ ওচৰতে থকা নিজৰ ঘৰলৈ লৈ আহিল। অধ্যক্ষ পেগুৰ ড্ৰয়িং ৰুমৰ ছোফা ছে'ট চকীত বহি পৰিয়েই প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুৱে ডাঙৰকৈ হাঁহি এটা মাৰি গলগলীয়া মাতেৰে ক'লে,

'পেগুৱে কি খুৱাম বুলিছে, সোনকাল কৰককহে। অ' মিলি, বৰুৱা বহক, বহক। আমাৰ প্ৰিন্সিপাল পেগুৱে যি দিয়ে তাকেই খাই মই যাবগৈ লাগিব। আজি মোৰ পাৰ্টি মিটিং এখনো আছে।'

'ময়ো ইয়াৰ পৰাই যাবগৈ লাগিব। ডি, চি য়ে গধূলি ক্ষন্তেক দেখা কৰি যাবলৈ কৈছিল।'

চকীত বহি লৈ ছিনিয়ৰ বি, ডি, অ' জগত মিলিয়ে কথাখিনি কৈ অলপ আৰাম কৰোঁ বোলোতেই ডাইনিং টেবুললৈ বুলি অধ্যক্ষ পেগুৱে আটাইকেইজনক মাতি পঠিয়ালে। ডাইনিং টেবুলত আটাইকেইজনলৈ বুলি পঃৰ আপং আৰু গাহৰি মাংসৰ আঞ্জা সজাই থোৱা দেখি সন্তোষৰ হাঁহি এটা মাৰি চকীত বহি লৈ, প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুৱে পঃৰ আপঙৰ গিলাছটো লৈ এসোহা মাৰি ক'লে,

'ইমান সোনকালে পঃৰ আপং আৰু গাহৰি মাংস যোগাৰ কেনেকৈ কৰিলেহে পেগু?'

'কাংকিন কীবাঙলৈ মোৰ আলহী আহিব বুলি পুৱাৰ পৰাই এইবোৰ যোগাৰ কৰি থোৱা হৈছিল।'

'আপুনি লাকী মানুহ দিয়ক, ভাল এম, এ জনী পালে। এনেকৈ ঘৰত সোমায়েই পঃৰ আপং, গাহৰি মাংস পালে আমি সদায়েই পেগুৰ ঘৰলৈ আহি থাকিব পাৰোচোন! কি কয় গগৈ? খাওক, খাওক, মই খোৱা আৰম্ভ কৰিলোৱেই দেই।'

প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুৰ কথাত কিছু লাজ পোৱাৰ দৰে কৰি ছিনিয়ৰ বি, ডি, অ' জগত মিলিৰ কাষৰ চকীত বহি লৈ নিজৰ পঃৰ আপং গিলাছ হাতত লৈ অধ্যক্ষ গিৰীন্দ্ৰ নাথ পেগুৱে ক'লে,

'ছাৰে যে কিবোৰ কথা কয় আৰু! বিমান পাৰে পঃৰ আপং খাওক আৰু সদায় মোৰ ঘৰলৈ আহিলেও মোৰ আপত্তি নাই। আমাৰ এই মিলি ছাৰে অকলে থাকে যেতিয়া সদায় আহিবলৈ মই কৈয়েই থাকো।'

'আপোনাৰ পৰিবাৰ গুৱাহাটীত থাকে নহয়?' প্ৰাণী বিদ্যাৰ অধ্যাপক বিকাশ ৰঞ্জন গগৈয়ে জগত মিলিলৈ চাই প্ৰশ্ন কৰি পুনৰ ক'লে, 'আপোনাৰ ল'ৰা-ছোৱালীয়ে কিমান পঢ়িছে বা?'

'ল'ৰাটো বি, এ, ছেকেণ্ড ইয়েৰ পালেগৈ। দিল্লীত পঢ়িম বোলা কাৰণে পঠিয়াই দিলো কেনেবাকৈ আই, এ, এছ পায়েইবা বুলি। ছোৱালীজনীয়ে এইবাৰ কটনত এডমিচন লৈছে, মাকৰ লগত গুৱাহাটীৰ ঘৰত থাকে। ঘনাই ট্ৰেন্সফাৰ হোৱা আমাৰ চাকৰিত পৰিয়াল লৈ ফুৰাতো মস্কিল, বুজিছে। মোৰ ল'ৰা-ছোৱালী ডাঙৰ হোৱাৰ কাৰণ হ'ল, মই বি, এ, ফাইনেল ইয়েৰত থাকোতেই প্ৰেমত পৰি বিয়া কৰাইছিলো বুজিছে।'

কথাখিনি কৈ ডাঙৰ হাঁহি এটা মাৰি ছিনিয়'ৰ বি, ডি, অ' জগত মিলিয়ে পঃৰ আপংৰ গিলাছত সোহা মাৰিলে।

'বিয়াৰ ক্ষেত্ৰত আপোনাতকৈ মই অলপ ছিনিঅ'ৰ হ'ম যেন পাইছো মিলি। মোৰ ছোৱালী কটনৰ পৰা ইংৰাজীত মেজৰ লৈ বি, এ পাছ কৰি এতিয়া গুৱাহাটী ইউনিভাৰছিটীত এম, এ পঢ়ি আছে। তাইকো দিল্লীত গৈ এম, এ, কৰি আই, এ, এছৰ বাবে চেষ্টা কৰিবলৈ কৈছিলো। তাইৰ আকৌ আই, এ, এছ হোৱাতকৈ মোৰ দৰে শিক্ষক হোৱাৰ মন। আপোনাৰ ল'ৰাক দিল্লী পঠিয়াই ভালেই কৰিছে। অসমত পঢ়ি আই, এ, এছ হ'ব নোৱাৰি, বুজিছে। অ' মোৰ ল'ৰাটোয়ে কটনত এইবাৰ হায়াৰ ছেকেণ্ডেৰী ফাইনেল দিব। তাৰ আকৌ ডাক্তৰ হোৱাৰ মন। কি হয় দেখা যাওঁক। ছোৱালীজনীৰ জন্মৰ পিছত ডাঙৰ গেপ এটাৰ পিছত ল'ৰাটোৰ জন্ম। সেয়ে সিহঁত দুটাৰ পঢ়া শুনাতো ডাঙৰ গেপ পৰিল।'

প্ৰাণীবিদ্যা বিভাগৰ অধ্যাপক বিকাশ ৰঞ্জন গগৈৰ দীঘলকৈ কোৱা কথাত আমনি পালেও ডাঙৰকৈ হাঁহি এটা মাৰি প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুৱে ক'লে,

'সেই দীঘলীয়া গেপ দিও তিনিজনী ছোৱালীৰ বাপেক হোৱা বাবেইতো আমাৰ প্ৰিন্সিপাল পেগুৱে পুত্ৰ সন্তান আশা কৰি এম, এ, আনিলে। কি কয় পেগু? অৱশ্যে ছোৱালী তিনিজনীক বিয়া দি সকলো লেঠা ইতিমধ্যে পেগুৱে মাৰি থৈছে। এতিয়া আকৌ পুত্ৰ সন্তানৰ বাপেক হ'ল ঠিকেই, নিজৰ বয়সলৈ চাই পুত্ৰ সন্তান তেনেই সৰু হৈ থাকিল। ল'ৰাটো কি পালেগৈ পেগু?'

'ছাৰে বৰ নক'বলগীয়া কথা ক'ব পাৰে দেই! মইনো আৰু কি ক'ম, ল'ৰাটো নাইন পাইছেগৈ, ইয়াৰে ডন বস্কোত দিছো। বুঢ়া বয়সৰ পোৱালীয়ে যি কৰে কৰিব আৰু।' অধ্যক্ষ পেগুৱে লাজ ভাবত ক'লে।

'ডন বস্কোত দিছে যেতিয়া চিন্তা নাই। সিহঁত নিজেই স্মাৰ্ট হৈ যায়। অথনি নেদেখিলে জানো, ছেন্ট মেৰীজত পঢ়ি অহা অনিতা পেগু বোলা ছোৱালীজনীয়ে ফৰফৰাই ইংৰাজীত কেনেকৈ চিনাকি দিলে। মোৰ ল'ৰাটোও ইয়াৰ ডন বস্কোতে পঢ়া বুলি ছাৰে জানেই দেখোন। সিও কটনত পঢ়িম বুলি গুচি গ'ল।

ৰসায়ন বিভাগৰ অধ্যাপক প্ৰদীপ বৰুৱাৰ কথা শুনি বুৰঞ্জী বিভাগৰ অধ্যাপক জিতেন মেদকে ক'লে,

'মোৰ ল'ৰাটো ডন বস্কোতে পঢ়া। পিছে সি মেট্ৰিকৰ ৰিজাল্ট বৰ এটা ভাল কৰিব নোৱাৰিলে। কটনত এডমিচন নাপাই প্ৰাগজ্যোতিষ কলেজত পঢ়ি আছে। আমাৰ ইয়াত পঢ়িলে একো নহ'বগৈ বুলি ভাৱি তাক গুৱাহাটীলৈ পঠালো।'

'এৰা আমাৰ ইয়াত পঢ়াৰ পৰিবেশেই নাই, ল'ৰা-ছোৱালীনো ক'ৰ পৰা ভাল হ'ব।'

হুমুনিয়াহ কাঢ়ি নিজকে কোৱাৰ দৰে অধ্যক্ষ গিৰীন্দ্ৰনাথ পেগুৱে কোৱাত ক্ষন্তেকৰ বাবে পৰিবেশটো গধুৰ হোৱাৰ দৰে হ'ল। পৰিবেশ পাতল হওক বুলি পঃৰ আপং খাই অলপীয়াকৈ নিচা হোৱা ৰসায়ন বিভাগৰ অধ্যাপক প্ৰদীপ বৰুৱাই প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুলৈ চাই ডাঙৰ মাতেৰে ক'লে,

'ছাৰৰ ল'ৰাকেইটাই এতিয়া কি ক'ৰেনো?'

'ল'ৰা কেইটামানে? মইতো আৰু এম, এ অনা নাই এজাক ল'ৰাৰ বাপেক হ'বলৈ! মোৰ দুটা ল'ৰা আৰু এজনী ছোৱালী। মিনিষ্টাৰ হৈ থাকোতেই এজন চাকৰি নোপোৱা ডাঙৰ ল'ৰাক ধৰি চাকৰি ঠিক কৰি দি ছোৱালীজনীক চমজাই দিলো। ল'ৰা দুটা উদণ্ডীয়া দমৰা গৰুৰ দৰে, গুৱাহাটীৰ ঘৰত থাকি বিজিনেছ কৰিছে বুলি কয়। কি কৰে মই নাজানো। বাপেক চাই পুতেক দিয়ক। পিছলৈ বাপেকৰ দৰে ৰাজনীতি কৰিবগৈ লাগিব আৰু।'

'কলেজত পঢ়াই বোলক, বিজিনেছ বা ৰাজনীতিয়েই বোলক, গুৱাহাটীত নাথাকিলে আমাৰ ইয়াৰ দৰে সৰু চহৰত থাকি একো কৰিব নোৱাৰি বুজিছে, ছাৰ। আমি আৰু এইখন কলেজত সোমাই এই বুঢ়া বয়সলৈকে গাধ খাটনি খাটি থাকিবলগীয়া হৈছো পেটৰ ভাত মুঠিৰ বাবে। জীৱনত বিশেষ যেন একোৱেই কৰিব নোৱাৰিলো, তেনে ভাব হয় কেতিয়াবা। আমাৰ তুলনাত জগত মিলিইতৰ চাকৰিয়েই ভাল। অন্ততঃ গোটেই অসমখন চোৱাৰ সুযোগ চাকৰি সূত্ৰে পোৱা যায়।'

পঃৰ আপং খাই নিচাত প্ৰাণী বিদ্যা বিভাগৰ অধ্যাপক বিকাশ ৰঞ্জন গগৈৰ কোৱা কথা শুনি ইমান সময়ে মনে মনে বহি থকা ছিনিয়'ৰ বি, ডি, অ' জগত মিলিয়ে হাতৰ ঘড়ীলৈ চাই ক'লে,

'মই ডি, চিৰ ঘৰত খন্তেক সোমাই যাব লাগে। মই উঠো নেকি, আপোনালোক বহক।'

এইবুলি কৈ জগত মিলি বহাৰ পৰা উঠাত প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগুৱেও বহাৰ পৰা উঠি ক'লে,

'ময়ো পাৰ্টি মিটিং এখনলৈ যাব লাগে। যাওঁ বলক। পিছলৈ আকৌ আহিম দেই প্ৰিন্সিপাল পেগু ডাঙৰীয়া।'

'আপোনালোকে সাংস্কৃতিক সন্ধিয়া চাই যাব বুলি আশা কৰিছিলো, ছাৰ।' অধ্যক্ষ পেগুৰে বহাৰ পৰা উঠি হাত জোৰ কৰাৰ দৰে কৰি কোৱাত প্ৰাক্তন মন্ত্ৰী পেগুৰে ড্ৰয়িং ৰুমৰ পৰা ওলাবলৈ ধৰি ক'লে,

'এই বুঢ়া বয়সত সাংস্কৃতিক সন্ধিয়া চোৱাৰ হেপাহ আৰু সময় নাই বুজিছে, পেগু। মিলি আৰু মই যাওঁ। ল'ৰা-কেইটাক বেয়া নাপাবলৈ ক'ব।'

অধ্যক্ষ গিৰীন্দ্ৰ নাথ পেগু, অধ্যাপক গগৈ, বৰুৱা আৰু মেদক গাড়ীৰ ওচৰলৈকে আহি প্ৰাক্তন মন্ত্ৰী পদ্মেশ্বৰ পেগু আৰু ছিনিয়'ৰ বি, ডি, অ' জগত মিলিক বিদায় দিলেহি। গাড়ীত উঠি উপায়ুক্তৰ ঘৰলৈ বুলি আহি থাকোতে ছিনিয়'ৰ বি, ডি, অ' জগত মিলিয়ে ভাবিলে- গুৱাহাটীৰ পৰা প্ৰকাশিত জনপ্ৰিয় কাকত 'দৈনিক মাতৃভূমি'ৰ স্থানীয় সাংবাদিক প্ৰদ্যুৎ চলিহা, বাতৰি কাকতখনৰ স্বত্বাধিকাৰ আৰু তেওঁলোকৰ চৰিত্ৰগত পাৰ্থক্য বিশেষ একোৱেই নাই। আছে মাথোন বৃত্তিগত পাৰ্থক্যহে। তেনে মানুহৰ মাজতো নিয়ম মতে কাংকিন কীবাং হ'ব লাগে, একেবাৰে গোপনীয়কৈ! নিজকে আৰু সমাজখনক কিমান বিশ্বাসঘাতকতা কৰি আছে তাৰ এটা অন্ততঃ সমীক্ষা কৰিব পৰা যাব। তেওঁৰ আৰু ভাবিবৰ মন নগ'ল। ডি, চিৰ বাংলোলৈ বুলি তীব্ৰ বেগে গাড়ী চলাবলৈ ড্ৰাইভাৰক নিৰ্দেশ দিলে।

**শব্দ অৰ্থ ঃ** কাংকিন কীবাং — নৱাগত আদৰণি সভা। টি, এম, পি, কে — টাকাম্ মিচিং পৰিণ কীবং বা মিছিং ছাত্ৰ সন্থা। পঃৰ আপং — ঘৰুৱা ছাঁই মদ। অই-নিঃতম — বনগীত বা বিহু গীত। মিপাক— অসমীয়া বা অ-মিছিং। এম, এ — দ্বিতীয়া পত্নী।

# কাপিয়াংকুন্ আই

'কাপিয়াংকুন্ আই, য়ামপ-ৰ' গুলুকচয়িন্ গীয়ী আঁম্না তাত্দুং।'

— কি কৰা যায় হয়, কাইলৈ পৰহিলৈ আমাৰ এইফালেও আহিব বুলি শুনিছো!

'ন' আঁম্মীপ্লাই মীদীৰ্‌লা দুঃয়পিন্। চপ্ গীগম্ গুলুক্ আংমটী বুলুক এলেকাল' পাংৰিমা।'

— তই এনেই চিন্তা কৰি নাথাকিবিচোন। ইয়ালৈ আহিলেও আমাৰ মাটিডোখৰ তাহাতৰ এলেকাৰ ভিতৰত নপৰে।

চিন্তাত পৰি অসহায় চাৰলিৰে ঘৈণীয়েক চেপয়ে কোৱা কথা শুনি তাইক মিছাতে ভয় নাখাবৰ বাবে হেমৰামে কথাখিনি কৈছিল। ঘৈণীয়েক চেপইক ভয় নাখাবলৈ ক'লেও ভিতৰি ভিতৰি হেমৰামে নিজেই ভীষণ ভয়-শংকাত দিনবোৰ কটাব লগাত পৰিছিল। মাহেকীয়া কিস্তিত টকা পৰিশোধ কৰিম বুলি গণেশগুৰি বজাৰৰ পৰা কিনা আঢ়ৈ হেজাৰটকীয়া ক'লা-বগা সৰু টি.ভিটোত অসমীয়া বাতৰিত গুৱাহাটীৰ অ'ত-ত'ত উচ্ছেদ অভিযান বন বিভাগে আৰম্ভ কৰিছে বুলি হেমৰামে শুনিছিল। সচিবালয়তো অবৰ সচিবে লোৱা অসমীয়া দৈনিক বাতৰি কাকতখন চকু ফুৰাওঁতে হাতী লগাই বন বিভাগে উচ্ছেদ অভিযান চলোৱাৰ বাতৰি ছবিসহ হেমৰামে দেখিছিল। গধূলি বা পুৱা দূৰদৰ্শনত বাতৰি দিবৰ সময়ত তাৰ লগতে তিনিটা সন্তানৰ বাবে ভাত-পানী ৰন্ধাত ব্যস্ত থকা আৰু কেতিয়াও বাতৰি কাকত নপঢ়া ঘৈণীয়েক চেপয়ে এনেবোৰ কথা বৰকৈ নাজানিলেও বনবিভাগেযে হাতী লগাই উচ্ছেদ অভিযান চলাইছে, এই কথা চুবুৰীয়া মাইকীমানুহৰ মুখত শুনিছে বুলি হেমৰামে ঠাৱৰ কৰি লৈছিল।

চুবুৰীয়া বুলিবলৈ বেছি ভাগ বাসিন্দাই পাহাৰৰ বঙা মাটি কাটি অস্থায়ীকৈ বাঁহৰ তৰ্জাৰ বেৰা দি টিনৰ চালিৰে ঘৰ সাজি সৰু-সুৱা চাকৰি কৰা উজনি অসমৰ মানুহ আছিল। ইমান বছৰে এনেয়ে পৰি থকা পাহাৰৰ টিলা কেইটা যে বন বিভাগৰ, এই কথা টিলেশ্বৰ দেউৰী নামৰ চিপাহীজনে হেমৰামহঁতক কোৱা নাছিল। গুৱাহাটী মহানগৰত চৰকাৰী মাটিত মানুহে বহি গ'লেই হ'ল, পিছলৈ ম্যাদী পট্টা কৰি ল'ব পাৰি বুলি সাহস দিয়া বাবে হেমৰামে টিলেশ্বৰ দেউৰীৰ কাৰতে পাহাৰ কাটি একোঠালিৰ পকী ঘৰটো বনাই লৈছিল।

সচিবালয়ত চতুৰ্থ শ্ৰেণীৰ চাকৰি কৰি একোঠালিৰ পকী ঘৰটো বনাওঁতে হেমৰামৰ মূৰৰ চুলি আধা পকি গৈছিল। সচিবালয়ত পিয়ন-কেৰাণী কৰা চাকৰিয়ালৰ বহু টকা-পইচা, সা-সম্পত্তি হয় বুলি শুনিছে যদিও হেমৰামে তাৰ বিভাগত টকা-পইচা বুলিবলৈ একোৱেই পোৱা নাছিল। অৱশ্যে একেবাৰে নাপায় বুলিও সি ডাঠি ক'ব নোৱাৰে। প্ৰমোচন, ট্ৰেন্সফাৰ জাতীয় ফাইল অবৰ সচিবৰ টেবুলৰ পৰা ওপৰৱালা বিষয়ালৈ নিওঁতে দহ-বিশ টকা বাহিৰৰ পৰা বিষয়াই হেমৰামক চাহ খাবলৈ দিছিল। তেনেকৈ পোৱা টকাৰেই ঘৰখন চলি গৈছিল বাবেহে হেমৰামে একোঠালিৰ পকী ঘৰটো বনাব পাৰিছিল।

পাহাৰীয়া এচলীয়া মাটি সমানকৈ কাটি একোঠালিৰ পকী ঘৰটো বনাওঁতে তাৰ ঠিক সমুখৰ আধা কঠামান মাটি দ হোৱাৰ দৰে হোৱাত বাৰিষা পানী জমা হৈছিল। পানী জমা হোৱা দেখি পানীৰ দেশত অৰ্থাৎ ব্ৰহ্মপুত্ৰৰ পাৰৰ চৰ-চাপৰিত ডাঙৰ-দীঘল হোৱা হেমৰামে ফুৰ্ত্তিৰে দুটামান গঁৰৈ মাছ মেলি দিছিল। একোঠালিৰ সৰু পকী ঘৰ হ'লেও জীৱনত প্ৰথমবাৰৰ বাবে পকী ঘৰত থাকিবলৈ পোৱাৰ আনন্দত ঘৈণীয়েক চেপয়ে আপং বনাই ঘৰ লোৱাৰ নামত দঃগ্ৰিং-পঃল, মৃত পূৰ্বপুৰুষ আৰু অপায়-অমংগল কৰা দেৱতালৈ আপং-গাহৰি মাংসৰ আঞ্জা বনাই শলিতা জ্বলাই পূজা এভাগী- আগবঢ়াইছিল। চুবুৰীয়া চিপাহী টিলেশ্বৰ দেউৰীহঁতক মাতি আপং আৰু গাহৰি মাংস খুৱাইছিল। জন্মৰে পৰা কাঠ-বাঁহৰ চাংঘৰত ডাঙৰ-দীঘল হোৱা, গুৱাহাটীলৈ বিয়াৰ পিছত অহাৰ কেইবাটাও বছৰ বাঁহ-টিনৰ ছালিৰ তলত থকা ঘৈণীয়েক চেপয়ে পকী ঘৰ পাই টকা দুটামান খৰছ কৰি ঘৰ লোৱা পতাত হেমৰামে আপত্তি কৰা নাছিল। ঘৰ লোৱাৰ এসপ্তাহ মানৰ পিছত ঘৰৰ পিছফালে পাহাৰৰ টিলাৰ দিশত সৰুকৈ ছালি এখন দি ঘৈণীয়েক চেপয়ে তাঁতশাল বহুৱাই লৈছিল। টকা-পইচাৰ নাটনি হ'লেও নিজৰ তাঁতশালত এগে-গাছৰ, মিবু গালুক বৈ ল'ম বুলি ঘৈণীয়েক চেপয়ে কোৱাত হেমৰামে গণেশগুৰি বজাৰৰ পৰা সূতা আনি দিয়াৰ ব্যৱস্থা কৰিছিল। গণেশগুৰি বজাৰৰ পৰা ৰং-বিৰঙৰ সূতা আনি বহু অসুবিধা স্বত্বেও সূতা কাটি তাঁতশালত লগাই ঘৈণীয়েক চেপয়ে তাঁত ববলৈ আৰম্ভ কৰোঁতে প্ৰথম মাকো মৰাৰ শব্দ শুনি হেমৰামে গৌৰৱ অনুভৱ কৰিছিল। চতুৰ্থ শ্ৰেণীৰ চাকৰি কৰে বুলি জানিও চুবুৰীয়া টিলেশ্বৰ দেউৰীহঁতৰ দৰে চলিব নোৱাৰিলেও, একোঠালিৰ পকীঘৰ আৰু তাঁত শালখন পাই ঘৈণীয়েক চেপই অতি সুখী বুলি তাক কোৱা বাবে হেমৰাম ভীষণ সুখী হৈছিল। চেপইৰ দৰে তাক বুজি পোৱা ঘৈণীয়েক পোৱাৰ বাবে নিজকে ভাগ্যবান বুলিয়েই হেমৰামে ভাবিছিল।

'ঙলুক্ কীটাম্পিন্ বত্তানী অকুমীম্ চিত্তম্ লগায়লা নেৰপেন্ দুং আঁম্না তাৎদুং। আগমদী আৰ্ৰই।'

— আমাতকৈও ডাঙৰ ঘৰ হাতী লগাই ভাঙিছে বুলি শুনিছো। কথাটো সঁচানেকি?

একোঠালিৰ সৰু পকী ঘৰটোৰ দক্ষিণ-পশ্চিমকোণত থকা তক্তাপোচত উত্তৰ দিশৰ মূৰৰ শিতানত ওপৰ মুৱাকৈ শুই চিন্তিত সুৰত ঘৈণীয়েক চেপয়ে কৰা প্ৰশ্নৰ উত্তৰ হেমৰায়ে ঘপহকৈ দিব পৰা নাছিল। ঘৈণীয়েক চেপইৰ কাষত ওপৰমুৱাকৈ শুই থাকি হমুনিয়াহ কাঢ়ি হেমৰামে কৈছিল,

'লুতনী আগমমীম্ লুয়া দুয়াপিন্। গীমলা গীয়ীপেম্, অদ' কাপিয়েজি কাঃয়ী।'

— একেটা কথাকে কৈ নাথাকিবিচোন। আহিলে আহিব আৰু, তেতিয়া দেখা যাব।

— সঁচাকৈ যদি আমাৰ ঘৰ ভাঙিবলৈ হাতী লগত লৈ আহে আমাৰ কি হ'ব?

— আকৌ একেটা কথাকে ক'বলৈ আৰম্ভ কৰিছ। মই থকালৈকে চিন্তা নকৰিবি দে। ঘৰ নহ'লেও কিবা কৰি হ'লেও মই তহঁতক খুৱাম।

কথাখিনি কওঁতে ল'ৰালি কালত ধোমাজিৰ আৰ্নে চাপৰিত মথাউৰিৰ কাষত থকা চাংঘৰটো বানপানীত ডুব যোৱাৰ আগতে বাপেক মাতঙে মাক পমিলীক কোৱাৰদৰে লাগিছিল হেমৰামৰ। প্ৰতিবছৰে বাৰিষাত ব্ৰহ্মপুত্ৰৰ পানী বাঢ়িলেই হেমৰামৰ মাক পমিলীয়ে শংকিত হোৱাৰ দৰে তাৰ দেউতাক মাতঙক সুধিছিল,

— আচি তাঁচাদুং, ঙলুক্ অকুম বিত্পেন্য়েনে।'

— পানী বাঢ়িছে, আমাৰ ঘৰ বানপানীয়ে ভাঙি পেলাবহিনেকি।

আচিল দুঃনী আম্মে আচিয়ীম্ পীঃচদনে— পানীত থকা মানুহে পানীক ভয় কৰেনেকি? মিছাতে আপদীয়া কথাবোৰ কৈ নাথাকিবিচোন। কেনেবাকৈ পানীয়ে আমাৰ চাংঘৰ বুৰাই ভাঙি পেলালেও মই থাকোতে চিন্তা কৰিব নালাগে দে। তহঁতক মই কিবা প্ৰকাৰে হ'লেও খুৱাই-বোৱাই ৰাখিম।

প্ৰতিবছৰে অহা বানপানীৰ লগত সহবাস কৰি অহা হেমৰামৰ বাপেক মাতঙে বানপানীলৈ বিশেষ ভয় নকৰিলেও চাংঘৰ ডুবাই গাওঁ উচ্ছন কৰি পেলোৱা বানপানী কেতিয়াবা আহিবও পাৰে বুলি চাংঘৰটো বৰ মজবুতকৈয়ে বনাইছিল। বানপানীত উটি অহা কাঠৰ কুন্দাৰে চাংঘৰৰ মূল খুঁটা কেইটামান দিছিল। চাংঘৰৰ বেৰৰ বাবে চাপৰিত ইকৰা কাটোতে হেমৰামেও বাপেক মাতঙক সহায় কৰিছিল। বিৰিণা, খাগৰি, ইকৰাৰে ভৰা চাপৰিত বাঘ যোং ওলাব পাৰে বুলি মাক পমিলীয়ে বাৰ বছৰীয়া হেমৰামক ইকৰা কাটিবলৈ বাপেকৰ লগত যাব নালাগে বুলি ক'লেও সি শুনা নাছিল। বৰঞ্চ টুলুঙা নাৱঁৰ গুৰি বঠা ধৰি ইকৰা কাটিবলৈ চাপৰিলৈ যাওঁতে বাপেক মাতঙক নাৱঁত আৰামত বহি যোৱাত হেমৰামে সহায় কৰিছিল। ইকৰা কাটি নাৱঁত বোজাই কৰোতেও বাৰ বছৰীয়া দেহাৰ শক্তিৰে যিমান পাৰি সিমান হেমৰামে বাপেক মাতঙক সহায় কৰিছিল। ইকৰা বোজাই কৰা টুলুঙা নাওখনৰ গুৰি বঠা

ঘৰলৈ ঘূৰি আহোঁতে অৱশ্যে হেমৰামক বাপেক মাতঙে ধৰিবলৈ দিয়া নাছিল। তাক টুলুঙা নাওখনৰ সিমূৰৰ টিঙত বহিবলৈ দি মূৰত গামোছাৰ পাগুৰি মাৰি লৈ বাপেক মাতঙে নিজেই টুলুঙা নাৱঁৰ গুৰি বঠা ধৰিছিল।

উত্তৰা-দক্ষিণাকৈ থকা পুৰণি চাংঘৰৰ পশ্চিমফালৰ সৰিয়হ ডৰাৰ চাৰিওফালে ঢাপত থকা বাঁহ-বেত কাটোতেও হেমৰামে বাপেক মাতঙক সহায় কৰিছিল। নতুন চাংঘৰৰ ঘাই খুটাৰ বাবে সেই ঢাপত থকা ডাঙৰ উৰিয়াম গছ জোপা কুঠাৰেৰে কাটোতে তিনি দিন লাগিছিল। তিনিদিনৰ মূৰত বাপেক মাতঙৰ কুঠাৰৰ সৰ্বশেষ ঘাপত উৰিয়াম গছ জোপা সুৰ সুৰাই পৰোতে ওচৰতে ৰৈ চাই থকা হেমৰামৰ গাত অলপৰ বাবেহে নপৰিল। উৰিয়াম জোপা গাত পৰোঁ পৰোঁ হওঁতে ঘপহকৈ জাঁপ মাৰি কেনেকৈনো আঁতৰিছিল সেই কথা হেমৰামে বহু দিনলৈ ভাৱি পোৱা নাছিল।

ফাগুণ মাহৰ প্ৰথম বুধবাৰে পতা আলিয়াই লৃগাং উৎসৱৰ আগতে নতুন চাংঘৰ বনাই শেষ কৰিব লাগিব বুলি বাপেক মাতঙে কাঠ-বাঁহ-খেৰ-ইকৰা আদি যোগাৰ কৰোঁতে হেমৰামে বাপেকৰ লগত ছাঁৰ দৰে থাকি সকলো কামত সহায় কৰিছিল। এলাপেচা বানপানীয়ে ডুবাব নোৱাৰা ওখ চাংঘৰ। সজা দিনা গাঁৱৰ ৰাইজক ৰীগব্‌লৈ মাতি পুৰণি চাংঘৰটোৰ পশ্চিমফালে থকা সৰিয়হ ডৰাৰ ঢাপৰ পৰা কাটি অনা উৰিয়াম গছ জোপাক ঘাই খুঁটা হিচাপে পোতাৰ আগতে বাপেক মাতঙে তাগিৰ্ চাই লৈছিল গাঁৱৰে লকাই ভকতৰ যোগেদি। নতুন চাংঘৰ বনাবলগীয়া ভেঁটিত তাগিৰ চাই সকলো ঠিক আছে বুলি লকাই ভকতে ঘোষণা কৰাত দঃঞি-পঃলক সাক্ষী ৰাখি অপদেৱতাসকলক অপায়-অমঙ্গল নকৰিবৰ বাবে শলিতা জ্বলাই সেৱা কৰি মৃত পূৰ্ব-পুৰুষৰ আশীৰ্বাদ বিচাৰি লকাই ভকতে স্বস্তি পৰ্ব শেষ কৰাৰ পিছতে গাঁৱৰ ৰাইজে চাংঘৰ বনোৱাৰ কাম আৰম্ভ কৰিছিল। চাংঘৰ বনাই থাকোতে হেমৰামৰ মাক পমিলীয়ে ৰাইজলৈ আপং যোগান ধৰিছিল। উৰিয়াম গছৰ ঘাই খুটা পোতাৰ পিছত চাংঘৰৰ আন খুটাবোৰ পোতোতে গাঁৱৰে নাবজং বুঢ়াই কৈছিল,

'বাঁহৰ লগত এই কাঠৰ খুটাবোৰ বনাপানীত উটি অহা কাঠ যেন লাগিছে।'

'হয়। ভোলোকা বাঁহৰ খুটাৰ লগত কাঠৰ খুটা দিলে চাংঘৰটো মজবুত হ'ব বুলি চাপৰিৰ সিপাৰৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ পৰা এইখিনি যোগাৰ কৰিলো।'

হেমৰামৰ বাপেক মাতঙৰ কথা শুনি নাবজং বুঢ়াই কৈছিল,

'ভোলোকা বাঁহৰ খুটাৰ লগত কাঠৰ খুটাও দিলে চাংঘৰটো মজবুত হওঁতে হ'ব ঠিকেই, পিছে বানপানীত উটি অহা কাঠ লগোৱাটো ভাল নহ'ল যেন পাইছো। নিজৰ কাঠ বিচাৰি বানপানী এই চাংঘৰৰ ফালে আহিব লাগিলে কি হ'ব বাৰু!'

'নাব্‌জং মানে জোঙা'মুখীয়া বুঢ়া বুলি গাঁৱৰ মানুহে তোক এনেয়ে নকয় দেই। চাংঘৰ বনাই থকা মাংগলিক দিনতনো এনেধৰণৰ আপদীয়া কথা ক'ব পায়নে!'

নাব্‌জং বুঢ়াৰ কথা শুনি ওকাই বুঢ়াই বাঁহৰ কামি চুছি থাকি খংমুৱাকৈ কৈছিল।

'নাব্‌জং বুঢ়াৰ পেটত দুবাটিমান আপং বেছিকৈ পৰিলেই এইবোৰ ঠিক হৈ যাব। তাৰ অলপ নিচা হ'লেই এইবোৰ সন্দেহ দূৰ হ'ব। তাৰ মুখত এনেবোৰ কথাৰ সলনি পুৰণিকলীয়া অই-নিঃতম শুনাব। অ'ই হেম, তোৰ মাৰক আমাৰ নাবজং বুঢ়াক দুবাটিমান আপং বেছিকৈ দিবলৈ ক'গৈ যা।'

বাপেক মাতঙে চাংঘৰৰ খুটা পুতি থকা অৱস্থাতে চিঞৰি কোৱা কথা শুনি হেমৰামে দৌৰি গৈ মাকক কথাখিনি কৈছিলগৈ।

গাঁৱৰ ৰাইজৰ সহায়ত এসপ্তাহমান ভিতৰতে হেমৰামহঁতে নতুন চাংঘৰত সোমাব পৰা হৈছিল। খেতি-বাতি, চাংঘৰ বনোৱা সকলো ক্ষইচ্ছাই সহায় কৰা হেমৰামক বাপেক মাতঙে ঘৰুৱা কাম-কাজত সহায় কৰা-নকৰালৈ একো কথা কোৱাতো নাছিলেই, এনেকি স্কুললৈ যোৱা-নোযোৱা কথাতো একো মাত মতা নাছিল। গাঁৱৰে আন লগৰীয়া ল'ৰাৰ লগত এৰা-ধৰাকৈ স্কুললৈ গৈ এসময়ত মেট্ৰিক পৰীক্ষা পৰ্যন্ত হেমৰামে দিছিলগৈ। মেট্ৰিক পৰীক্ষা দিয়াৰ ঠিক দুবছৰমানৰ আগৰ বাৰিষাটোত মাক পমিলীয়ে ডাঙৰ বানপানী অহাৰ শংকা কৰি এইবাৰ বানপানীয়ে চাংঘৰ ডুবাব নেকি বুলি হেমৰামৰ বাপেকক সুধিছিল।

বাপেক মাতঙে বানপানীৰ বাবে ভয় নাখাবলৈ দিয়া অভয়দান কিন্তু নৰজিল। নতুনকৈ চাংঘৰ বনাওঁতে বানপানীত উটি অহা খুটা লগোৱা বাবে আচি উঃয়ু আহি তেনে খুটা বিচাৰিবহি পাৰে বুলি নাবজং বুঢ়াই কৰা সন্দেহ সঁচাত পৰিণত হৈ প্ৰবল বানপানীত হেমৰামহঁতৰ ঘৰ পানীত ডুব গৈছিল। ফৰকাল বাতি আকাশৰ তৰা লেখিব পৰা অস্থায়ী খেৰৰ ছালিৰ তলত মথাউৰিৰ ওপৰত থাকিবলগীয়া হোৱাত খোৱা-বোৱাৰ কষ্টৰ উপৰিও হেমৰামৰ স্কুললৈ যোৱাটোৱেই চিৰদিনলৈ বন্ধ হোৱাৰ উপক্ৰম ঘটিছিল। প্ৰবল বানপানীৰ পিছত খেতিৰ মাটি বালিয়ে পুতি পেলোৱাত একমাত্ৰ ভাত মুঠিৰ বাবে চিন্তা কৰিবলগীয়া হোৱা বাপেক মাতঙে নতুনকৈ চাংঘৰ বনোৱাৰ সাহস গোটাব নোৱাৰি মথাউৰিৰ ওপৰতে সৰুকৈ চাংঘৰ এটা সাজিছিল। একেবাৰে সৰু কালৰ পৰা বাপেক মাতঙৰ লগত খেতি-বাতি, মাছ মৰা আদিত ঘুৰি ফুৰা হেমৰামে মথাউৰিৰ ওপৰত অস্থায়ী চাংঘৰত বহি স্কুলৰ পাঠ্যপুথিকে এনেয়ে পঢ়ো বুলি সময়বোৰ কটাইছিল। তেনেকৈয়ে তাৰ পঢ়াৰ অভ্যাস এটা হৈ গৈছিল। সেয়ে স্কুললৈ এৰা-ধৰাকৈ যোৱা স্বত্বেও প্ৰবল বানপানীত সকলো হেৰুৱাই মথাউৰিত আশ্ৰয় লোৱাৰ পাঁচ বছৰৰ মূৰত হেমৰামে তৃতীয় বিভাগত মেট্ৰিক পাছ কৰিছিল।

তৃতীয় বিভাগত মেট্ৰিক পাছ কৰাৰ এবছৰমানৰ পিছত তাৰ কথা কেনেবাকৈ

গম পাই স্থানীয় এম, এল, এ, গৰাকীয়ে ঘৰত কামো কৰিব, কলেজলৈ যাব বুলি হেমৰামক দিছপুৰলৈ লৈ আহিছিল। দিছপুৰলৈ আহি এম, এল, এ, গৰাকীৰ ঘৰত লগুৱাৰ দৰে কাম কৰিব লগা হোৱাত হেমৰামৰ কলেজ যোৱা নহ'লতো নহ'লেই, গাঁৱৰ ঘৰলৈও আৰু ঘূৰি যোৱা হৈ নুঠিল। এম, এল, এ, গৰাকীৰ লগত তিনিবছৰ থকাৰ অন্তত তাৰ কাম-কাজত সন্তুষ্ট হৈ নিৰ্বাচনৰ আগে আগে হেমৰামক সচিবালয়ৰ চতুৰ্থ শ্ৰেণীৰ চাকৰিত মকৰল হোৱাত সহায় কৰি দিছিল।

সচিবালয়ত চাকৰিত যোগদান কৰা খবৰটো খুউব কম দিনৰ ভিতৰত হেমৰামৰ লখিমপুৰৰ গাঁৱত বন জুই বিয়পাদি বিয়পি পৰিছিল। চতুৰ্থ শ্ৰেণী চাকৰিনো কি বুজি নোপোৱা গাঁৱৰ ৰাইজে সি গুৱাহাটীত গৈ ডাঙৰ অফিচাৰ হ'ল বুলিয়েই ধৰি লৈছিল। তেনেকৈ ভবাতো স্বাভাৱিক বুলিয়েই হেমৰামে ধৰি লৈছিল। কাৰণ তাৰ গাঁৱৰ পৰা সুদূৰ গুৱাহাটীৰ দিছপুৰৰ সচিবালয়ত চাকৰি কৰা একমাত্ৰ সিয়েই আছিল। চাকৰিত যোগদান কৰাৰ কেইমাহমানৰ পিছতে বাপেক মাতঙ আৰু মাক পমিলী গুৱাহাটীলৈ আহি হেমৰামৰ বিয়াখনৰ বাবে তাগিদা দিছিলহি। গাঁৱৰে তাৰ য়াঁয়ী-কাকীৰ একমাত্ৰ জীয়েক ক্লাছ টেনলৈকে পঢ়া চেপইক তাৰ বাবে চাই থৈছেই বোলাত হেমৰামে হা-না কৰাৰ সুযোগ নাপালে। মাক-বাপেক বা গাঁৱৰ মানুহে তাক সচিবালয়ত চাকৰি কৰা ডাঙৰ অফিচাৰ বুলি ভাবিলেও চতুৰ্থ শ্ৰেণীৰ চাকৰিৰ দৰমহাৰে যে গুৱাহাটীত অকলে চলাই কঠিন এই কথা উপলব্ধি কৰি হেমৰামে মাক-দেউতাকৰ পছন্দ মতে নিজৰ গাঁৱৰ য়াঁয়ী-কাকীৰ ছোৱালী চেপইক বিয়া কৰোৱাটোকে ঠিক কৰি পেলাইছিল। তেনে কৰিলে য়াঁয়ী-কাকীৰ পৰিয়ালৰ ফালৰ পৰা মাহেকে পষেকে চাউল, শুকান মাছ আদি পোৱাৰো আশা আছে বুলি ভাবি টকা অলপ যোগাৰ কৰি গাঁৱলৈ গৈ মিচিং নিয়ম মতে চেপইক পলুৱাই আনি হেমৰামে বিয়া পাতিছিল।

চেপইক বিয়া কৰোৱাৰ পিছত গুৱাহাটীলৈ ফুৰিবলৈ অহা, বেমাৰ দেখুৱাবলৈ অহা, চাকৰি বিচাৰি অহা মিতিৰ-কুটুমৰ ভীৰ হেমৰামৰ ঘৰত হৈছিলহি। উপায়হীন হৈ হেঙেৰাবাৰীত সৰু পাকঘৰসহ দুটা কোঠাৰ ভাৰা ঘৰ এটা ল'বলৈ হেমৰাম বাধ্যত পৰিছিল। ল'ৰা-ছোৱালী সহ অহা পৰিয়াল, গুৱাহাটীত পঢ়িম বুলি অহা ল'ৰাৰ ভীৰ কেতিয়াবা এনে হৈছিল যে পুৰুষ আৰু মহিলা হিচাপে ভগাই লৈ ভাৰা ঘৰৰ সৰু কোঠা দুটাৰ মজিয়াত বিছনা পাৰি শুব লগাত পৰিছিল। আলহী আহিলে গাঁৱলৈ ঘূৰি যোৱাৰ খৰছো দিবলগীয়া হোৱাত দৰমহাৰ টকাৰে মাহটো চলিবৰ বাবেই হেমৰামৰ কঠিন হৈ পৰিছিল।

নিজৰ গাঁৱৰ মানুহে সচিবালয়ত ডাঙৰ চাকৰি কৰে বুলি ভবা হেমৰামে মাহেকৰ মূৰত পোৱা দৰমহাৰে কাণে কাণ মাৰি চলি থাকোতে দিছপুৰৰ পৰা পশ্চিমলৈ কাহিলীপাৰাৰ সিপাৰে পাহাৰৰ টিলাত নিজৰ মানুহ বহিবলৈ আৰম্ভ কৰিছে বুলি

খবৰ পাইছিল। খবৰটো পোৱা মাত্ৰকে নিজৰ বাবেও ডেৰ কঠামান মাটি বিচাৰি যাওঁতে ইতিমধ্যে কেইবাটাও টিলা আৰু টিলাৰ মাজৰ থকা সমতল ঠাইখিনি ডাঙৰ চৰকাৰী বিষয়াই দখলী কৰি দখল স্বত্ব হিচাপে জেউৰা দিয়া, তৰ্জাৰ বেৰ দি ছালি দি ৰখা হেমৰামে দেখিবলৈ পাইছিল। তাৰ ভাগত উত্তৰ ফালৰ পাহাৰীয়া টিলাটোৰ উত্তৰ ফালৰে অন্তিম কোণত ডেৰ কঠামান মাটি পৰিছিল। চতুৰ্থ শ্ৰেণীৰ চাকৰিয়াল হৈ পছন্দৰ মাটি এডোখৰ বিচাৰি ফুৰাতকৈ যি পাইছো সেয়াই যথেষ্ট বুলি হেমৰামে টিলাটোৰ নামনিত উত্তৰ ফালে ডেৰ কঠা মাটি দখল কৰি পেলাইছিল।

চতুৰ্থ শ্ৰেণীৰ চাকৰিৰ দৰমহাৰে ঘৰ ভাড়া দি মাহটো চলাটোৱেই কঠিন হৈ অহাত মাটি ডোখৰ দখল কৰাৰ লগে লগে তৰ্জাৰ বেৰ দি সৰু ছালি এখন কোনোৰকম থাকিব পৰাকৈ বনাই বিয়াৰ দুটা বছৰতে দুটা সন্তানৰ মাক হোৱা চেপইক ল'ৰা-ছোৱালীসহ লৈ আনি নতুন ঠাইত হেমৰামে থিতাপি লৈছিল। ইতিমধ্যে তাৰ দৰে বহু কেইটা পৰিয়াল থাকিবলৈ আৰম্ভ কৰাত হেমৰামে অসুবিধা অনুভৱ কৰা নাছিল। তথাপিও খোৱা পানী, বাথৰুম আদিৰ অভাৱত যথেষ্ট কষ্ট হৈছিল যদিও ঘৈণীয়েক চেপইয়ে এই লৈ কোনোদিনেই আপত্তি কৰা নাছিল। লখিমপুৰৰ ভিতৰুৱা গাঁৱৰ পৰা চাংঘৰ এৰি গুৱাহাটীত থাকিবলৈ পোৱাটোৱেই ঘৈণীয়েক চেপইৰ বাবে ডাঙৰ গৌৰৱৰ কথা আছিল। তাৰ বাবে হেমৰামক স্বামী হিচাপে পোৱাটোৱেই তাইৰ বাবে ডাঙৰ সৌভাগ্য বুলি চেপয়ে ভাবিছিল। সেয়ে তেনেবোৰ অসুবিধাক অসুবিধা বুলি নাভাবি সকলো কথাতে অতি আন্তৰিকভাৱে তাই গিৰিয়েক হেমৰামক সহযোগ কৰিছিল।

তথাপিও ঘৈণীয়েক চেপইৰ এটা আক্ষেপ আছিল বুলি হেমৰামে জানিছিল। আক্ষেপটো আছিল গুৱাহাটীলৈ বিয়া হৈ অহাৰ পিছত তাঁত ববলৈ নোপোৱাতো। ভাড়া ঘৰত থাকোতে তাঁতশালৰ কথা ভাবিবৰ আঁহৰি নাপালেও চৰকাৰী দখলী মাটিত নিজা ঘৰ হোৱাৰ লগে লগে তাঁত শালৰ কথা ঘৈণীয়েক চেপয়ে হেমৰামক বৰকৈ কৈ আছিল। ইতিমধ্যে ল'ৰা-ছোৱালীহাল স্কুললৈ যাবলৈ আৰম্ভ কৰাত, গিৰিয়েকেও অফিচলৈ যোৱাত তাই দিনটো এনেয়ে বহি থাকিব লগা হোৱা বাবে তাঁত বৈ সময় কটাব পৰা হ'ব বুলি তাই যুক্তি দৰ্শাইছিল। অন্যথাই গাঁৱৰ পৰা ভনীয়েকক লৈ আনি লগত ৰাখিম বুলিছিল দিনটো লগৰীয়া হ'বৰ বাবে। দুকোঠালিৰ সৰু পকী ঘৰটোত দুটা সন্তানসহ চাৰিজন মানুহ থকাই অসুবিধা, তাতে আৰু এটা পেট পোহাৰ সামৰ্থ নাই বুলি জানি গাঁৱৰ পৰা খুলশালিয়েকক অনাতকৈ তাঁত শাল যোগাৰ কৰি দিয়াই ভাল বুলি হেমৰামে কোনোমতে তাঁত শালখন যোগাৰ কৰি দি গণেশগুৰি বজাৰৰ পৰা সূতা ধাৰলৈ কিনি আনি ঘৈণীয়েক চেপইক দিছিলহি। পকীঘৰৰ পিছফালে দক্ষিণৰ পাহাৰৰ টিলাটোলৈ মুখ কৰি তাঁতশাল পাতি ঘৈণীয়েক

চেপইৰ দুচকুত পৰম তৃপ্তি পোৱাৰ আভাস হেমৰামে লক্ষ্য কৰিছিল।

অৱশ্যে পকী ঘৰটো বনাবলৈ আৰম্ভ কৰোতেও ঘৈণীয়েক চেপইৰ দুচকুত তেনে তৃপ্তিৰ আভাস হেমৰামে দেখিবলৈ পাইছিল। পাহাৰৰ টিলাটোৰ নামনিত উত্তৰফালে উত্তৰা-দক্ষিণাকৈ বনাবলৈ আৰম্ভ কৰা পকী ঘৰটোলৈ ইটা-বালি-শিল-লোহা আদি নিবলৈ ৰাস্তা-ঘাট নাছিল। প্ৰতিমাহে অলপ অলপকৈ ঠেলাগাড়ীৰে ইটা-বালি আনোতে প্ৰায় আধা ফাৰ্লংমান আঁতৰৰ পৰা ঠেলাত নহাত নিজেই আনিবলগীয়া হৈছিল। তেনে অৱস্থাত ঘৈণীয়েক চেপই আৰু ল'ৰা-ছোৱালীহালে ইটা-বালি লৈ অনাত হেমৰামক সহায় কৰিছিল। এমাইল দূৰৈৰ নৈৰ ঘাটৰ পৰা কলহত পানী অনাৰ অভ্যাস আছে বুলি কৈ ঘৈণীয়েক চেপয়ে হেমৰামতকৈও বেছি ইটা কঢ়িয়াই ঘৰৰ ভেঁটিলৈ আনিছিল। ল'ৰা-ছোৱালী হালেও কোনোৰকম এটাকৈ ইটা দাঙি মাকৰ পিছে পিছে দৌৰ মাৰিছিল। সেই দৃশ্য দেখি সৰুতে বাপেক মাতঙক চাংঘৰ বনাবৰ বাবে ইকৰা, বাঁহ-বেত যোগাৰ কৰোঁতে নিজে সহায় কৰাৰ দৃশ্য হেমৰামৰ চকুত ভাঁহি উঠিছিল।

বাপেক চাই পুতেক, পুতেক চাই নাতি-নাতিনী। ইতিহাসৰ পুনৰাবৃত্তি ঘটে বোলা মেট্ৰিক পৰীক্ষা দিবৰ সময়ত পঢ়া কথাটো হেমৰামৰ সঁচা যেন লাগিছিল।

ইতিহাসৰ পুনৰাবৃত্তি সঁচাকৈয়ে ঘটা হেমৰামে দেখিবলৈ পুনৰ বাৰ পালে যেতিয়া বনবিভাগৰ হাতী আহি অতি কষ্টত বনোৱা তাৰ দুকোঠালিৰ পকীঘৰটো ভাঙি থৈ গ'লহি। বানপানীৰ বাবে চিন্তা কৰিব নালাগে বুলি বাপেক মাতঙে তাৰ মাক পখিলীক সি সৰু থাকোতে কোৱাৰ দৰে হেমৰামেও বনবিভাগৰ উচ্ছেদৰ বাবে চিন্তা কৰিব নালাগে বুলি ঘৈণীয়েক চেপইক কোৱাৰ এসপ্তাহমানৰ ভিতৰতে চকুৰ পচাৰতে বন বিভাগে হাতী লগাই পকী ঘৰটো ভাঙি উচ্ছেদ কৰি গ'লহি। হেমৰামে ঘৰ বনোৱা টিলাটোৰ দক্ষিণ ফালৰ ডাঙৰ বিষয়াৰ ঘৰ-বাৰীবোৰ কিন্তু বন বিভাগে উচ্ছেদ নকৰিলে যদিও সেইখিনিও চৰকাৰী মাটি! নৈৰ পাৰত বসবাস কৰিলেও সকলো গাঁৱতে সমানে বানপানী নোহোৱাৰ দৰে হৈছে বুলি শান্তনা লভাৰ বাদে চতুৰ্থ শ্ৰেণীৰ চাকৰিয়াল হেমৰামৰ কৰিবলৈ একোৱেই নাথাকিল।

'চুপাক্ কাপিয়াঃকুন্ আই!'

— এতিয়া কি কৰা যায়?

'মই থাকোতে চিন্তা কৰিব নালাগে। আমাৰ ইয়াৰ দক্ষিণ ফালৰ টিলাকেইটাত বন বিভাগে উচ্ছেদ অভিযান চলোৱা নাই। তাতে ক'ৰবাত বহি যাম।'

হেমৰামে ঘৈণীয়েক চেপইক চিন্তা নকৰিবলৈ কৈ দক্ষিণ ফালৰ টিলা এটাৰ দাঁতিত বন বিভাগে ভাঙি থৈ যোৱা পকীঘৰৰ টিন লৈ গৈ ছালি সাজি থকাৰ ব্যৱস্থা কৰিলে। তেনে অৱস্থাত বহু কষ্টত থকা স্বত্বেও ঘৈণীয়েক চেপই আৰু ল'ৰা-ছোৱালীহালে হেমৰামক সম্পূৰ্ণ সহযোগ কৰিলে। অস্থায়ী টিনৰ ছালিৰ তলত

থাকিও ল'ৰা-ছোৱালীহাল নতুনকৈ বহা স্থানীয় ৰাইজে পতা এল. পি. স্কুলখনলৈ গৈ থাকিল। ল'ৰালি কালত গাঁৱৰ চাংঘৰ বানপানীত ডুব যাওঁতে মথাউৰিৰ ওপৰত অস্থায়ী ছালিত পাৰ কৰা দিনবোৰলৈ হেমৰামৰ বৰকৈ মনত পৰিছিল। তেনে অৱস্থাতো সি স্কুললৈ যোবাতো নেৰাৰ দৰে নিজৰ সন্তান দুটাই অস্থায়ী ছালিৰ তলত থাকি স্কুললৈ যোৱা দেখি ইতিহাসৰ পুনৰাবৃত্তি ঘটে বোলা কথাটো সঁচা যেন লাগিল হেমৰামৰ। বানপানী, গৰাখহনীয়াত বিধ্বস্ত নৈপৰীয়া ভূমিহীন মিচিংসকলৰ ক্ষেত্ৰতহে এনেধৰণৰ ইতিহাসৰ পুনৰাবৃত্তি ঘটেনে আনৰ ক্ষেত্ৰটো ঘটে! হয়তো মানুহ মাত্ৰেই এনেধৰণৰ নিজাববীয়া অভিজ্ঞতা হয়, কাৰণ তাত কাষৰীয়া চিপাহী টিলেশ্বৰ দেউৰীহঁতৰ তাতকৈও ডাঙৰ পকীঘৰ ভাঙি বন বিভাগে উচ্ছেদ কৰি থৈ গ'ল। অৰ্থাৎ ইতিহাসৰ পুনৰাবৃত্তি সকলোৰে বাবে প্ৰযোজ্য। এনেবোৰ কথা বেছিকৈ ভাবিলে মনত মিছাতে অশান্তি চপাই লোৱা হয় বুলি ভাবি হেমৰামে সচিবালয়লৈ বুলি ওলাল।

**শব্দৰ অৰ্থ :**

ক'পিয়াকুন্ আই — কি কৰা যায়।
এগে-গাছুৰ — মেখেলা-ছাদৰ।
মিবু গালুক — মিবু চোলা।
ৰীগৱ' — হাউৰি মতা।
আচি উঃয়ু — জল ভূত।
ধাঁযী কাকী — পেহী পেহা।

# মেনচুৰাং বাঃবই

'তীঃতঃ, তীঃতঃ, তীঃংকেচুলা চিগৰ্‌মন্নই আইদাগ্‌বং।'

খা, খা, খাই, খাই সোনকালে মৰিলেই ভাল আৰু!

মেনচুৰাং বাঃবই মীঃলুঙৰ কাষত বহি বিলাতী মদৰ গিলাছত এঢোক দি কাঁহ এটা মৰাৰ লগে লগে মীলুঙৰ কক্‌দাঙত তিৰোতাই বহা ঠাইত বহি থকা নাঃনীই কাঞ্চনে অভিমানী সুৰত ক'লে। অ', এন, জি, চিৰ চাকৰিসূত্ৰে মই শিৱসাগৰ চহৰত পৰিয়াল লৈ থাকো। মাহেকত এবাৰ ঘৰলৈ আহিলে মোৰ সৰু খুৰা মেনচুৰাঙৰ স্বাস্থ্যৰ খা-খবৰ লৈ যাওঁহি। খুৰাৰ স্বাস্থ্য বেয়ালৈ ঢাল খাই গ'লেও বিলাতী মদ অলপ খাবলৈ পালে ভাল পায়। সেয়ে মই গাঁৱৰ ঘৰলৈ আহিলেই সৰু খুৰা মেনচুৰাঙৰ বাবে বিলাতী মদৰ হাফ বটল এটা লৈ আহোঁ। নিতৌ পঃৰ আপং আৰু বিড়ি খোৱা মেনচুৰাং বাঃবৈয়ে মাহেকৰ মূৰত বিলাতী মদ আৰু চিগাৰেট খ'বলৈ পালে বৰ ভাল পায়। স্বাস্থ্যৰ বিশেষ উন্নতি হোৱাৰ আশা নাই যেন ভাবি সেয়ে মই মেনচুৰাং বাঃবৈয়ে ভাল পোৱাটোকে কৰো।

তেনেবোৰ কাৰণতে মেনচুৰাং বাঃবৈয়ে মই গাঁৱলৈ অহাতো আশাৰে বাট চাই থাকে। জন্মস্থান গাঁৱৰ পৰাই মই ইচ্ছা কৰিলে ডিউটি কৰিব পৰা অৱস্থাত থকা বাবে গাঁৱৰ পৰাই ডিউটি কৰাৰ পৰামৰ্শ মেনচুৰাং বাঃবৈয়ে নিদিয়া নহয়। তাকে নোৱাৰিলে সপ্তাহত অন্ততঃ এবাৰ গাঁৱৰ ঘৰলৈ আহি ঘৰৰ খা-খবৰ লৈ যাবলৈ পৰামৰ্শ দিয়ে। এনে পৰামৰ্শৰ আঁৰত বিলাতী মদ আৰু চিগাৰেটৰ সোৱাদৰ আশা মেনচুৰাং বাঃবৈৰ লুকাই থাকে বুলি মই জানো। গাঁৱৰ ঘৰৰ পৰা ডিউটি কৰাৰ ইচ্ছা মোৰো নোহোৱা নহয়। পিছে পৰিয়ালৰ তাগিদাত সন্তান তিনিটাক চহৰৰ ইংৰাজী মাধ্যমৰ স্কুলত দিয়াত মই চহৰ এৰি গাঁৱলৈ আহিম বুলি ভাবিও সহজে আহিব নোৱাৰো। কোনোৰকম মেট্ৰিকৰ দেওনা পাৰ হৈ আই, টি, আই পঢ়ি অ', এন, জি, চিৰ চাকৰিত সোমাই মাহেকত মোটা টকাৰ দৰমহা পাওঁ যদিও কোনেও মোক ডাঙৰ বিষয়া বুলি নকয় বাবেই ক্লাছ নাইন মানলৈ পঢ়া মোৰ পৰিয়ালৰ ভীষণ আপত্তি। সেয়ে মোৰ ইচ্ছা-অনিচ্ছাৰ কথা নাভাবি সন্তান কেইটাক ডাক্তৰ-ইঞ্জিনীয়াৰ বা ডাঙৰ চৰকাৰী বিষয়া কৰিব লাগিব বুলি মোৰ পৰিয়ালে সিহঁতক

ইংৰাজী মাধ্যমৰ স্কুলত পঢ়াইছে। আনে মোক ডাঙৰ বিষয়া বুলি নকলেও মেনচুবাং বাঃবৈৰ দৃষ্টিত মই কিন্তু বাস্তৱিক জ্ঞান থকা একপ্ৰকাৰ ডাঙৰ বিষয়াই। মাহেকৰ মূৰত বিলাতী মদ আৰু চিগাৰেটৰ সোৱাদ পাবৰ বাবে মেনচুবাং বাঃবৈয়ে মোলৈ বৰ আশাৰে বাট চাই থাকে। তক্তাপোচ আৰু টিনৰ আওপুৰণি চাংঘৰৰ জখলাৰ ওচৰ পোৱা মাত্ৰকে জুইশালৰ কাষত বহি থকা মেনচুবাং বাঃবৈয়ে গল হেকাৰি এটা মাৰি মোক চাংঘৰলৈ সাৱধানে উঠি আহিবলৈ মাতে।

'যুগল, কেতিয়া পালাহি। আঁহা আঁহা। জখলাত সাৱধানে উঠিবা দেই, জখলাৰ কাঠবোৰ পঁচিবই ধৰিছে, সময়ৰ অভাৱত সলাব পৰা নাই।'

মই অহা যেন পালে বৰ আন্তৰিকতাৰে জুই শালৰ কাষত অনবৰত বহি থকা মেনচুবাং বাঃবৈয়ে মোক চাংঘৰলৈ উঠি আহিবলৈ শুদ্ধ অসমীয়াত কয়। সময়ৰ অভাৱত চাংঘৰৰ পঁচিব ধৰা জখলাৰ কাঠখিনি সলাব পৰা নাই বোলা মেনচুবাং বাঃবৈৰ কথাখিনিয়ে মিছা মই বা নাঃনই কাক্কনে বুজি পাওঁ। মেনচুবাং বাঃবৈৰ মনত আঘাত নিদিবৰ বাবে এই লৈ মই বিশেষ মন্তব্য নিদিও। ইচ্ছা কৰিলে পঁচিব ধৰা কাঠৰ জখলাডাল নতুবা আওপুৰণি চাংঘৰটোৰ ঠাইত মই একেবাৰে নতুন চাংঘৰেই মেনচুবাং বাঃবৈক সাজি দিব পাৰিলোহেতেন। কিন্তু পৈত্ৰিক ভেঁটি এৰিব নোখোজা মেনচুবাং বাঃবৈক একো কথা গুজাব নোৱাৰা বাবে আৰু বাঃবৈৰ পৈত্ৰিক ঘৰটো এবছৰমানৰ ভিতৰতে ব্ৰহ্মপুত্ৰৰ খহনীয়াত গ্ৰাহ যাব যেন পাই, সেই ভেঁটিত মই বাঃবৈহঁতৰ বাবে নতুন চাংঘৰ সাজি দিয়াৰ সাহস কৰিব নোৱাৰিলো।

মেনচুবাং বাঃবৈৰ পৈতৃক চাংঘৰটো মজবুত নাহৰ কাঠৰ খুটাৰে উখিয়াম গজৰ তক্তাৰে টিনপাত দি বুটিছৰ দিনতে আমাৰ তাঃত দিম্বুৰাম মিলিয়ে সাজিছিল। তাঃত দিম্বুৰাম আৰু যাযঃ ধৰ্মেশ্বৰীৰ ফালৰ পাঁচ গৰাকী পুত্ৰ সন্তান আৰু তিনি গৰাকী কন্যাসন্তান আছিল। পুত্ৰ সন্তান পাচোঁটাৰ ভিতৰত মোৰ দেউতা বৰপুত্ৰ আছিল আৰু মেনচুবাং বাঃবৈই ঘৰৰ ভিতৰত কনিষ্ঠ আছিল। গাঁৱৰ গাওঁবুঢ়া দিম্বুৰাম তাঃতৰ আৰ্থিক অৱস্থা বৃটিছৰ দিনত নদন-বদন আছিল। দুটাকৈ দঁতাল হাতী, তক্তা আৰু টিনেৰে বনোৱা চাংঘৰৰ তুংগীঙৰ সমুখত সদায়েই দেখা গৈছিল।

তিনিটা হাতী নগাপাহাৰত কাঠ টনা কামত লগাইছিল। ব্ৰহ্মপুত্ৰৰ চাপৰিত এশমান বিঘাতী মহৰ খুটি আছিল। চাপৰিত কৰা ধান, মাহ, সৰিয়হৰ খেতিয়ে ঘৰ নদন-বদন হৈ আছিল। শৈশৱ কালত দিম্বুৰাম তাঃতৰ আৰ্থিক স্বচ্ছল অৱস্থা আমি নিজ চকুৰে দেখিছিলো, কাৰণ আমাৰ শৈশৱ কালত আমাৰ পৰিয়ালটো যুগ্ম পৰিয়াল আছিল। আমাৰ দেউতাইহে বিয়া-বাৰু কৰোৱাই ল'ৰা-ছোৱালী ডাঙৰ হ'বলৈ ধৰাত মূল ঘৰৰ পৰা আঁতৰি আহিছিল। শেহলৈ দিম্বুৰাম তাঃতৰ অতি

মৰমৰ নুমলীয়া পুতেক মেনচুৰাং বাঃবইহে তাঃতৰ লগত থাকিলগৈ। মেনচুৰাং বাঃবই মেট্ৰিক পৰীক্ষা দুবাৰমান দিয়ে মানে বানপানী আৰু গৰাখহনীয়াই দিম্বুৰাম তাঃতৰ খেতিৰ মাটি, ম'হৰ খুটি নিঃশেষ কৰিবলৈ আৰম্ভ কৰি দিছিল।

প্ৰতিবছৰে ঘৰুৱা আৰ্থিক অৱস্থা বেয়াৰ ফালে ঢাল খাই আহিলেও দিম্বুৰাম তাঃতয়ে অতি মৰমৰ নুমলীয়া পুতেক দেখনিয়াৰ মেনচুৰাং বাঃবৈক পঢ়াই-শুনাই বিহুৱে-সংক্ৰান্তিয়ে বৌ-বৰালি, দৈ দি চহৰত থকা হাকিমৰ দৰে হাকিম বনাবলৈ বিচাৰিছিল। সেয়ে নিজে নিৰক্ষৰ হ'লেও মেনচুৰাং বাঃবৈক পঢ়া-শুনাত চহৰৰ হাকিমৰ কথা কৈ উৎসাহ যোগাইছিল। ঘৰুৱা আৰ্থিক অৱস্থা বেয়াৰ ফালে ঢাল খোৱা বুলি জানিও সাতবাৰ পৰীক্ষা দি কোনোৰকম মেট্ৰিক পাছ কৰা মেনচুৰাং বাঃবৈক অসমৰ ৰাজধানী শ্বিলঙত তাৰ ইচ্ছা অনুসৰিয়েই কলেজত পঢ়িবলৈ পঠাইছিল।

ষাঠিৰ দশকৰ মধ্যম ভাগত অসমৰ ৰাজধানী শ্বিলঙত ক'ত, কেনেকৈ থাকি কলেজত পঢ়িছিল আমি জনা নাছিলো, কিন্তু পুহ-মাঘ মাহত জাৰকালিৰ বন্ধ বুলি ঘৰলৈ আহিলে মেনচুৰাং বাঃবৈৰ পিছে পিছে আমি দৌৰি ফুৰিছিলো। পুৱা বা গধূলি বেলি পৰাৰ আগতে কোট-টাই মাৰি মূৰত বগা নোমাল টুপী পিন্ধি দেখাত আমাৰ গাঁৱলৈ কেতিয়াবা চহৰৰ পৰা অহা হাকিমৰ দৰে লগা মেনচুৰাং বাঃবৈৰ কোট, টুপী চুই চোৱাৰ হেপাহত আমি সৰু মথাই তাৰ পিছে পিছে দৌৰি গৈছিলো।

পিছে পিছে দৌৰি গৈ মেনচুৰাং বাঃবৈৰ কোট পিছফালৰ পৰা চুই কেতিয়াবা আমি ধমকো খাইছিলো।

'অ'ই তহঁতে লেতেৰা হাতেৰে মোৰ কোট চুই লেতেৰা নকৰিবি। যা, যা, ঘৰলৈ যা, ৰাতি হ'বৰে হ'ল।

'বাঃবই কোটদী কাঃপ, টুপ্‌পিদী কাঃপ, গাক্‌কী মতইকা।'

'খুৰা, কোটটো বৰ ধুনীয়া, টুপীটোও ধুনীয়া, চুই চাবলৈ দে!'

জোতা-মোজা, ধুনীয়া কোট-টাই মাৰি মথাউৰিয়েদি গৈ থকা মেনচুৰাং বাঃবৈৰ প্ৰতি আকৰ্ষিত হোৱাৰ আন এক কাৰণ আছিল বাঃবৈৰ গাৰ পৰা ওলোৱা ধুনীয়া গোন্ধটো। শ্বিলঙৰ পৰা গাঁৱৰ চাংঘৰলৈ অহাৰ দিনৰ পৰা এই ধুনীয়া ছেন্টৰ গোন্ধৰ বাবেও আমি ব্যাকুল হৈ পৰাৰ দৰে হৈছিলো। মথাউৰিয়েদি গহীন খোজ পেলাই মেনচুৰাং বাঃবৈয়ে গৈ থাকোতে আমাক তেওঁৰ কোট চুবলৈ মানা কৰিলেও গাৰ পৰা ওলোৱা ধুনীয়া ছেন্টৰ গোন্ধ ল'বলৈ আমি মনে মনে তেওঁৰ গাৰ কাষ চাপি গৈছিলো। তেনে কৰোতে আমাৰ মাজতে কোনোবাই উজুটি খাই মেনচুৰাং বাঃবৈৰ কোটত থাপ মাৰি ধৰি পৰি যোৱাৰ পৰা ৰক্ষা পৰিছিল। মেনচুৰাং বাঃবই

অৱশ্যে খণ্ডাল নাছিল, বৰ মৰমিয়ালহে আছিল। তেনে অঘটন ঘটিলে ঘপহকৈ বৈ দি পৰিব ধৰা ল'ৰাটোক হাতেৰে দাঙি কৈছিল,

'তইঁতে মোৰ গাত হাত নিদিবলৈ ক'লেও নামানঅ'। ল' এই এটকা, তইঁত গোটেই জাকে কেএঞা দোকানখনৰ পৰা লজেন কিনি খাগৈ যা।'

এনে এটা সম্ভাব্য পুৰস্কাৰৰ বাবেও আমি অৱশ্যে মেনচুৰাং বাঃবৈৰ পিছ লৈছিলো। খিলঙৰ পৰা গাঁৱলৈ অহাৰ দিনা আমালৈ বুলি মেনচুৰাং বাঃবৈয়ে বহুত লজেন্স আনি দিছিল। আমাৰ গাঁৱলৈ চহৰৰ পৰা হাকিমৰ দৰে লগা বাঃবৈক আমি জুমি চাওঁতে আমালৈ বুলি এসোপা লজেন্স বাঃবৈয়ে দলিয়াই দিছিল। আমি ল'ৰা-ছোৱালীজাকে উবুৰি খাই দলিয়াই দিয়া লজেন্স বুটলিবলৈ হেতা-ওপৰা লগাইছিলো। মথাউৰিয়েদি ধুনীয়া সাজ পাৰেৰে গৈ থাকোতে মেনচুৰাং বাঃবৈয়ে আমাক লজেন্স খাবৰ বাবে পইচা দিয়াৰ লগে লগে আমি কেএঞা দোকানলৈ ভিৰাই দৌৰ মাৰিছিলো। গাঁৱত থকা কেইদিন প্ৰতিটো গধূলিয়েই মেনচুৰাং বাঃবৈয়ে ধুনীয়াকৈ সাজি-কাচি ওলাই গৈছিল যদিও আমি প্ৰতি দিনাই অৱশ্যে তাৰ পিছ লোৱা নাছিলো। প্ৰতিটো গধূলি মেনচুৰাং বাঃবই ক'লৈ যায় গাঁৱৰ সকলোৱেই জানিছিল। আমি সৰু ল'ৰা-ছোৱালী জাকেও জানিছিলো। গাঁৱৰে মথাউৰিৰ সিপাৰে থকা পাকৈত নাচনি বকুলীক লগ পাবৰ বাবে যায় বুলি আমি জানিছিলো। মেনচুৰাং বাঃবৈয়ে বকুলীকে বিয়া কৰাব বুলিও আমি সৰু কালতে শুনিছিলো।

খিলঙত কিমান বছৰ কলেজত পঢ়িছিল, বি, এ, পাছ কৰিছিলনে নাই, এনেবোৰ কথা আমি জনা নাছিলো। খিলঙৰ পৰা ঘূৰি আহি আমি চাইকেল মাৰি যাব পৰা দূৰত্বত ব্ৰহ্মপুত্ৰৰ ঘাটলৈ যোৱা মথাউৰিৰ তিনি আলিত বাহাদুৰ ছেত্ৰী, মনেশ্বৰ দাস, লক্ষ্মণ চৌহানহঁতৰ ঘৰ আৰু দোকানৰ লগত থকা সৰু ডাকঘৰটোত পোষ্ট মাষ্টৰৰ চাকৰিত মেনচুৰাং বাঃবই সোমাইছিল বুলি আমি গম পাইছিলো। চাকৰিত সোমায়েই গাঁৱৰ সকলোৱেই ভাবি থকা বকুলীক বিয়া নকৰাই মেনচুৰাং বাঃবৈয়ে আমাতকৈ কেইবছৰমানৰহে ডাঙৰ তেনেই সৰু ছোৱালী যেন লগা কাঞ্চনক বিয়া কৰাইছিল। সেই দুঃখতে বকুলীয়ে জীৱনত বিয়া আৰু নকৰাই বুলিও শুনিছিলো। পিছলৈ ঘৰৰ হেঁচাত পৰি জীৱনত মেনচুৰাং বাঃবৈক যাতে দেখা নাপায়, সেই উদ্দেশ্যে বকুলীয়ে আমাৰ গাঁৱৰ পৰা সহজে যাব নোৱাৰা জোনাই ফালৰ ভিতৰুৱা গাঁও এখনৰ ল'ৰা এজনলৈ পলাই গুচি গৈছিল।

সৰু থুৰাৰ মেনচুৰাং নামটো পোহ্মকী নামহে আছিল। বকুলক বিয়া নকৰাই কাঞ্চনক বিয়া পতা, চাইকেল মাৰি পোষ্ট মাষ্টৰৰ চাকৰি কৰি চহৰৰ হাকিম আৰু আমাৰ মথাউৰি চাবলৈ অহা অ'ভাৰচিয়াৰ, ইঞ্জিনীয়াৰৰ দৰে থাকিবলৈ লোৱাৰে পৰা থুৰাক মেনচুৰাং অৰ্থাৎ শিয়াল বুলি আমাৰ মাহঁতেই প্ৰথমেই ক'বলৈ আৰম্ভ

কৰিছিল। মেনচুৰাং অৰ্থাৎ ধূৰ্ত্ত শিয়াল বুলি ধেমালিতে কৈ থাকোতে আমাৰ গাঁওখনতে সৰু খুৰা মেনচুৰাং নামেৰে জনাজাত হৈ থাকিল আৰু মোৰ বাবে হৈ থাকিল মেনচুৰাং বাংবই। মেনচুৰাং বাংবৈৰ মেট্ৰিক পৰীক্ষা তিনিবাৰলৈ বেয়া হোৱালৈকে মনবৰ নাম আছিল বুলি আমি শুনিছিলো। মনবৰ নামটোৰ বাবেই মেট্ৰিক পৰীক্ষা পাছ কৰিব পৰা নাই বুলি আমাৰ ঘৰৰ সকলোৰে জন্মৰ কুষ্ঠী 'চোৱা ঘাটৰ তিনিআলিৰ সিপাৰে থকা ভোলানাথ বৰকটকীয়ে মঙ্গল চাই মনবৰৰ ঠাইত মনোজ নাম ল'বৰ বাবে হেনো পৰামৰ্শ দিছিল। মনবৰৰ ঠাইত মনোজ হৈ সৰু খুৰাই আৰু কেইবাবাৰো পৰীক্ষা দি মেট্ৰিক পৰীক্ষাত তৃতীয় বিভাগত উত্তীৰ্ণ হৈছিল। নাম সলোৱাৰ বাবেহে এইটো সম্ভৱপৰ হ'ল বুলি ভাবি সৰু খুৰাৰ দেউতাক বা আমাৰ তাংতয়ে ভোলানাথ বৰকটকীক দুকলহ দৈ, ক্ৰীম আৰু আমি দাঙিব নোৱাৰা বৌমাছ দুটা দিছিল বুলি শুনিছিলো।

মথাউৰি চাবলৈ অহা অ'ভাৰচিয়াৰ বা ইঞ্জিনীয়াৰৰ দৰে কথাই-বতৰাই কামে-কাজে মেনচুৰাং বাংবৈক আমি জনাৰ পৰাই বানপানী আৰু গৰাখহনীয়াই আমাৰ গাওঁখনক উপদ্ৰৱ কৰিবলৈ আৰম্ভ কৰি দিছিল। গাঁৱৰ খেতিৰ মাটি এফালৰ পৰা গৰাখহনীয়াই নিঃশেষ কৰি যাবলৈ ধৰাত ইতিমধ্যে মূল ঘৰৰ পৰা আঁতৰি অহা মোৰ দেউতা আৰু মেনচুৰাং বাংবৈৰ ওপৰৰ আন তিনিজন ককায়েকে মথাউৰিৰ দক্ষিণ ফালে নতুনকৈ চাংঘৰ সাজি বসবাস কৰিবলৈ লৈছিল। ঘৰখনৰ কণিষ্ঠ পুত্ৰ হিচাপে মেনচুৰাং বাংবয়ে বৃটিছৰ দিনত কাঠৰ মজিয়া আৰু টিনপাতেৰে বনোৱা তাংত দিম্বুৰামৰ ঘৰতে থাকিল। মথাউৰি আৰু গৰাখহনীয়া চাবৰ বাবে অহা দত্ত উপাধিৰ অ'ভাৰচিয়াৰজনৰ দৰে পোষ্ট মাষ্টৰ হোৱা এবছৰ মানৰ ভিতৰতে মেনচুৰাং বাংবৈয়ে ৰাজদূত মটৰ চাইকেল এখন কিনিছিল। মেনচুৰাং বাংবৈৰ ৰাজদূত মটৰ চাইকেলখনেই আমাৰ গাওঁখনৰ ভিতৰত প্ৰথম ইঞ্জিনযুক্ত বাহন আছিল। ইয়াৰ আগলৈকে আমাৰ গাঁৱৰ মানুহৰ চাইকেল, ঘৰুৱা নাওহে আছিল। মেনচুৰাং বাংবৈৰ মটৰ চাইকেলখন চাবৰ বাবে আমাৰ উৎসুকতাৰ সীমা নোহোৱা হৈছিল। কাঠৰ তক্তাৰে আওপুৰণি চাংঘৰৰ তলত মটৰ চাইকেলখন মেনচুৰাং বাংবৈয়ে ৰাখিছিল। মই আৰু মোৰ লগৰীয়া কেইটাই মনে মনে ভয়াৰ্ত্ত চাৱনিৰে মটৰ চাইকেলখনৰ ওচৰলৈ গৈ ইটো-সিটো পিটিকি চাইছিলো। মটৰ চাইকেলখনৰ হেন্দেলত থকা আইনাত নিজৰ মুখখন কিছু বিকৃত ৰূপত দেখাত দাঁত দুপাৰি উলিয়াই দাঁতবোৰনো কেনে দেখি তাকে চাবলৈ আমাৰ লগৰীয়াৰ মাজত হেতা-ওপৰা লাগিছিল। তেনেবোৰ কৰোঁতে চাঙৰ ওপৰত বহি পঃৰ আপং বা ভাত খাই থকা তাংত দিম্বুৰাম বা বাংবই মেনচুৰাঙে যাতে আমি মটৰচাইকেল চাই থকাতো গম নাপায়, তাৰ বাবে আমি খুব সাৱধান হৈছিলো। মই পঢ়া-শুনাত

বৰকৈ মনোযোগ দিব নোৱাৰিলেও এনেবোৰ কামত বৰ মনোযোগী আছিলো। চাঙৰ ওপৰত বহি থকা দিম্বুৰাম তাঃত আৰু মেনচুৰাং বাঃবৈয়ে আমি মনে মনে মটৰ চাইকেলখন চাই ইটো-সিটো পিটিকি চোৱা গম পাই আমাক লৈ কিবা কথা পাতিছে নেকি বুলি মই কাণ থিয় কৰি ৰাখিছিলো। জুইশালৰ কাষত বহি পঃৰ আপং খাই থকা দিম্বুৰাম তাঃতই আমাৰ কথা নকৈ মেনচুৰাং বাঃবৈকহে মিচিং ভাষাত প্ৰশ্ন কৰা শুনিছিলো।

'তই চাকৰিত সোমোৱা এবছৰ মানহে হৈছে। আমাৰ ইয়ালৈ মথাউৰি চাবলৈ অহা অ'ভাৰচিয়াৰটোৰ দৰে মটৰ চাইকেল কিনিবলৈ ক'ত টকা পালি?'

'ডাকঘৰৰ কামত টাউনলৈও মাজে-সময়ে যাবলগীয়া হয় বাবে কিনিলো আৰু। টকা-পইচা ক'ৰ পৰা পাই কিনিলো এইবোৰ কথা তই নুবুজিবি। অ'ভাৰচিয়াৰে যেনেকৈ কিনিছে ময়ো তেনেকৈয়ে কিনিছো।'

মেনচুৰাং বাঃবৈয়ে কোৱা কথাখিনি শুনি দিম্বুৰাম তাঃতইনো কি কয় তাকে শুনিবলৈ মই মটৰ চাইকেলখনৰ হেন্দেলত ধৰি মনে মনে কাণ থিয় কৰি ৰ'লো। আপং খাই থাকোতে আমাৰ গাঁৱৰ মানুহে অলপ ডাঙৰ মাতেৰেই কথা পাতে বাবে মেনচুৰাং বাঃবৈক দিম্বুৰাম তাঃতই সোধা কথাবোৰ শুনাত মোৰ অসুবিধা হোৱা নাছিল।

'মই বৃটিছৰ দিনৰ গাওঁবুঢ়া, অ'ভাচিয়াৰে ক'ৰ পৰা টকা পাই মটৰ চাইকেল কিনিছে, চহৰত বৃটিছ চাহাবৰ দিনৰ দৰে কেনেকৈ পকীঘৰ বনাইছে, এইবোৰ সকলো জানো। তয়ো একেই পথ ল'লে কেতিয়াবা বিপদত পৰিবি দেই। বুঢ়া হ'লো বুলিয়েই মই একো নেদেখা, একো নুবুজো বুলি নাভাবিবি।'

'মটৰ চাইকেল এখন ল'লোৱেই যেনিবা, ইমানবোৰ কথানো কেলেই গাব লাগে।'

'এইবোৰ ক'বলগীয়া কথা। মই বৃটিছৰ দিনৰ গাওঁবুঢ়া হৈ নিজে সকলো কৰি গাঁৱৰ ভিতৰতে প্ৰথম কাঠৰ মজিয়া আৰু টিনৰ চাংঘৰ বনাইছিলো। এতিয়া এইঘৰ জহি-খহি যাবলৈ আৰম্ভ কৰিছে। গৰাখহনীয়াই ঘৰটো খহাই নিবলৈ বেছি দিন নাই। তোৰ যদি টকা-পইচাই হৈছে, মথাউৰিৰ সিপাৰে পকী খুটাৰে ধুনীয়া চাংঘৰ এটানো বনাই নলব কৌলৈ? আৰু অ'ভাৰচিয়াৰৰ লগত ফেৰ মাৰি ঘৰখনলৈ কিবা বদনাম আনিলে মোক কিন্তু তঁহতে জীৱিত অৱস্থাত দেখা নাপাবি। এনেও যাবৰ সময় হৈছেই, ঘৰখনৰ বদনাম হ'বলৈ হ'লে তাৰ আগতে নিজেই গুচি যাম। এই কথা মনত ৰাখিবি।'

'ইচ্ ৰাম, অফিচলৈ যোৱাৰ আগতে এনেবোৰ কথাহে শুনিব লগা হ'ল। তই মোৰ কথা ভাবি এনেয়ে সময় নষ্ট কৰিব নালাগে দে। সকলো ঠিক হ'ব। মথাউৰিৰ

সিপাৰে মই এনেকুৱা চাংঘৰ এটা বনাই দিম। বৃটিছৰ দিনৰ গাওঁবুঢ়া হৈ তই এতিয়াও গৌৰৱ কৰিব পাৰিবি দে।'

'তোৰ যিহে মতি-গতি দেখিছো, তোৰ নতুন চাংঘৰ লোৱালৈ মই হয়তো এই পৃথিৱীত নাথাকিম আৰু।'

'মা জীয়াই থাকোতে এনেবোৰ কথা কৈছিল। তায়ো মাৰ দৰেই কথা ক'বলৈ আৰম্ভ কৰিছ। এইখন ঘৰত থাকি শান্তিয়েই নোপোৱা হৈছোঁ আৰু।'

'তই ঘৰখনৰ নাভী মুচা সন্তান বুলিহে তোৰ ভালৰ বাবে মাৰে এনেকৈ কৈছিল। ময়ো কৈছোঁ। তোৰ ভালৰ বাবেহে গৰাখহনীয়াই সকলো নিঃশেষ কৰিবলৈ আৰম্ভ কৰোতেও তোৰ ইচ্ছামতে শ্বিলঙত পঢ়াইছিলো। আৰু তোৰ ভালৰ বাবেহে বোৱাৰীয়েও তোক কথা শুনাই থাকে। আমাৰ কথা তই অলপ হ'লেও শুনাতো উচিত।'

'বুঢ়াই এতিয়া ৰামায়ণখন গোৱা আৰম্ভ কৰিব আৰু। মই এতিয়া অফিচলৈ যোৱাহে উচিত হ'ব।'

এইবুলি কৈ মেনচুৰাং বাঃবৈয়ে চাংঘৰৰ পৰা ওলাই আহি জখলায়েদি নমা মানে মই আৰু মোৰ লগৰীয়া কেইটাই ফৰিং ফুটাদি মটৰ চাইকেলখনৰ কাষৰ পৰা দৌৰ মাৰি আঁতৰি মথাউৰিৰ ফালে দৌৰিছিলো। মথাউৰিয়েদি তীব্ৰ গতিত মটৰ চাইকেলখন চলাই মেনচুৰাং বাঃবই মথাউৰিৰ কেকুঁৰিত অদৃশ্য নোহোৱা পৰ্যন্ত আমি অবাক-বিস্ময়ত অভিভূত হৈ চাই ৰৈছিলোঁ।

দুবাৰ মেট্ৰিক পৰীক্ষা বেয়া কৰি তৃতীয়বাৰত কোনোমতে তৃতীয় বিভাগত পাছ কৰি আমাৰ ঘৰৰ সকলোৰে জন্ম-কোষ্ঠী চাই দিয়া ভোলানাথ বৰকটকীৰ যোৰহাটত উপাযুক্ত কাৰ্য্যলয়ত কেৰাণী চাকৰি কৰা ডাঙৰ পুতেক ৰঞ্জিৎ বৰকটকীৰ সহায়ত মই যোৰহাট আই, টি, আইত নাম ভৰ্ত্তি কৰাৰ সুযোগ পাওঁ। তাৰ বাবে অৱশ্যে দেউতাই ভোলানাথ বৰকটকীক ধান-সৰিয়হ-গাহৰি আদি বিক্ৰী কৰি কিছু মাননি দিবলগীয়া হৈছিল বুলি শুনিছিলো। আই, টি, আই পাছ কৰিলেই ট্ৰাইবেল ল'ৰাই অ', এন, জি, চিত চাকৰি পায় বুলি ভোলানাথ কটকীয়ে দেউতাক সুমন্ত্ৰণা হয়তো দিছিল। সেয়ে মোৰ ইচ্ছা-অনিচ্ছাৰ কথা নাভাবি দেউতাই মোক যোৰহাটত আই, টি, আইত নামভৰ্ত্তি কৰাৰ ব্যৱস্থা ঘৰুৱা আৰ্থিক অৱস্থা বৰ এটা ভাল নোহোৱা স্বত্বেও কৰি দিছিল।

যোৰহাটত আই, টি, আই পঢ়িবলৈ যোৱাৰ আগতেই মেনচুৰাং বাঃবৈয়ে অ'ভাবচিয়াৰ দত্তৰ লগত ঘাটৰ ওচৰত মথাউৰিৰ কাষত থকা বাননিয়ন্ত্ৰণ বিভাগৰ আই, বি ত গোটেই দিনটো বিলাতী মদ খাই থাকে বুলি মই শুনিছিলো। গোটেই দিনটো আই, বিৰ সমুখত দুখন ৰাজদূত মটৰ চাইকেল বৈ থকা দেখিলেই আমাৰ

গাওঁ আৰু ঘাটৰ ওচৰ-পাজৰৰ মানুহে এই কথা বুজিব পাৰিছিল। মই দুবাৰকৈ মেট্ৰিক পৰীক্ষা বেয়া কৰি থকা সময়ত ঘাটৰ ফালে চাইকেল মাৰি গ'লে তেনে দৃশ্য দেখাৰ সৌভাগ্য হৈছিল। ঘাটৰ ওচৰ-পাজৰৰ মানুহ আৰু আমাৰ গাঁৱৰ মানুহে পোষ্টমাষ্টৰ মেনচুৰাং বাঃবই আৰু অ'ভাৰচিয়াৰ দত্তক ডাঙৰ চৰকাৰী বিষয়া বুলিয়েই জ্ঞান কৰিছিল। সেয়ে তেওঁলোক দুজনে মথাউৰিৰ কাষৰ বাননিয়ন্ত্ৰণ বিভাগৰ আই, বিৰ সমুখত ৰাজদূত মটৰ চাইকেল দুখন ৰখাই গোটেই দিনটো বিলাতী মদ খাই থাকিলেও কোনেও মাত মতাৰ সাহস কৰা নাছিল।

দেওবাৰ বা বন্ধৰ দিনত আমি দত্ত বুলিয়েই জনা অ'ভাৰচিয়াৰজন টাউনৰ ঘৰলৈ গ'লে মেনচুৰাং বাঃবৈয়ে ঘৰতে গাহৰি মঙহৰ আঞ্জাৰ লগত পুৱাৰ পৰাই মদ খোৱা আৰম্ভ কৰি দিছিল। কেতিয়াবা মোক মটৰ চাইকেলখন দি ঘাটৰ তিনি আলিত থকা দেশী মদৰ দোকানৰ পৰা আমি জনা ফুলী নামৰ জনাজাত দেশী মদৰ বটল আনিবলৈ দিছিল। মই দুবাৰ মেট্ৰিক বেয়া কৰা বছৰ দুটাত মেনচুৰাং বাঃবৈৰ ৰাজদূত মটৰ চাইকেলখন চলাবলৈ শিকি পেলাইছিলো। প্ৰয়োজন হ'লে ঘাটৰ ফালৰ পৰা মাছ বা দেশী মদ মটৰ চাইকেলত অনাৰৰ বাবেই হয়তো মই মটৰ চাইকেল চলাবলৈ শিকাত মেনচুৰাং বাঃবৈয়ে বাধা দিয়া নাছিল। অফিচ বন্ধৰ দিনাও ঘৰত বহি দেশী মদ আনিবলৈ দিলে জুইশালৰ কাষত বহা নাঃনৈয়ে খঙে-অভিমানে মেনচুৰাং বাঃবৈক কথা শুনাইছিল।

'ন তীলা তীলাঙই চিঃকাবং দেই। নীঙম্ কঃকাঙাম্ কাঃপী নক্ অময়াই কাঃমাবং। তীতঃ, অদীগ তীয়ীন্ তীতঃ ও অক্ৰম্চিম্ লুগেমাবং।'

'আপুনি খাই খায়েই মৰক আৰু দেই। নিজৰ ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীক চোৱাৰতো আপোনাৰ সময়েই নাই। খাওক, যিমান ইচ্ছা খাওক, মই আৰু কেতিয়াও একো নকওঁ।'

'অ'ই চুপ্, ডাঙৰ কথা ক'বলৈ আৰম্ভ কৰি নিদিবি। আমাৰ চাকৰিত কিমান টেন্ছন্, তইঁতে ঘৰত সোমাই থকা মাইকী মানুহে কি বুজিবি? যুগল, মটৰ চাইকেলখন লৈ সোনকালে ঘাটৰ পৰা ফুলী বটল এটা লৈ আন যা।'

ওফাইদাং মাৰি মিচিং বা অসমীয়াত কথা ক'লে মেনচুৰাং বাঃবৈয়ে নাঃনৈয়ে বুজি নোপোৱা ইংৰাজী শব্দ দুই-এটা লগাই কথা কৈছিল। দেশী মদ আনিবলৈ টকা আৰু মটৰ চাইকেলৰ চাবিটো দি মেনচুৰাং বাঃবৈৰ ওফাইদাং মৰা কথা শুনি জুইশালৰ কাষতে জুপুকা মাৰি বহি থকা তাঃতই কৈছিল,

'নীং আগম্ তাংমাম্ চিগবৃয়ী দেই। ঘৈণীয়েৰৰ কথা নুশুনিলে সোনকালে মৰিবি দেই। বকুলীক নানি এইজনীক আনি মনৰ দুঃখতে ইমানকৈ মদ খাইছ যদি

নাজানো আৰু। তোৰ দৰে মদ খাই জাহাজঘাটৰ দাসৰ পুতেকে ডেকা বয়সতে মৰা দেখিছিলো। আমাৰ দিনবোৰেই ভাল আছিল দে। যিজনীৰ লগত প্ৰেম কৰিম, তাইৰ বাপেকৰ ঘৰত জোঁৱাই খাটি বিয়া কৰাব লগাত পৰিছিলো। তহঁতৰ দিনত প্ৰেম কৰিবি কাৰোবাৰ লগত, বিয়া কৰাবি আন কাৰোবাক। কলি যুগ পালেহি, ঈশ্বৰ, মোক সোনকালে মাৰি নে আৰু।'

তাঃতৰ দূৰ সম্পৰ্কীয় বকুলীক বিয়া নকৰাই মেনচুৰাং বাঃবৈয়ে দুখীয়া ঘৰৰ কাঞ্চন নাঃনৈক বিয়া কৰোৱা বাবে সুবিধা পালেই তাঃতয়ে মেনচুৰাং বাঃবৈক এনেদৰে কৈছিল। বকুলীক বিয়া নকৰোৱাৰ দুখত মেনচুৰাং বাঃবৈয়ে ঘৰুৱা পঃৰ আপং খোৱাতকৈ বিলাতী বা দেশী মদ বৰকৈ খাইছিল নে নাই আমি জনা নাছিলো, কিন্তু বাননিয়ন্ত্ৰণ বিভাগৰ দত্ত অ'ভাৰচিয়াৰৰ সংগত পৰি যে মেনচুৰাং বাঃবৈৰ মদ খোৱাতো বাঢ়িছিল, এই কথা মোৰ বাদেও গাঁৱৰ সকলোৱেই গম পাইছিল।

আগতে বাননিয়ন্ত্ৰণ বিভাগ আৰু আজিকালি জলসম্পদ বিভাগ বুলি ধুনীয়া নামেৰে জনাজাত বিভাগটোৰ অ'ভাৰচিয়াৰ দত্ত বোলাজনৰ লগত ঘাটৰ তিনি আলিৰ কাষৰ পৰিদৰ্শন বাংলোত গোটেই দিনটো মদ খাই কিনো কৰে আমি জনা নাছিলো, কিন্তু মেনচুৰাং বাঃবৈয়ে অফিচ নকৰি ডাকঘৰৰ টকা-পইচা খেলি-মেলি কৰিছে বুলি খবৰ এটা উৰা বাতৰিৰ দৰে শুনিবলৈ আৰম্ভ কৰি দিছিলো। দুবাৰকৈ মেট্ৰিক পৰীক্ষা ফেইল কৰি তৃতীয়বাৰৰ বাবে কোনোৰকম পাছ কৰি যোৰহাটৰ পৰা আই, টি, ই পাছ কৰিছিলো মেট্ৰিকৰ দৰে কোনোমতে। আই, টি, আই পাছ কৰি শিৱসাগৰত আশা কৰামতেই অ', এন, জি চিত চাকৰি পাইছিলো। অ', এন, জি, চিত এবছৰমান চাকৰি কৰি থাকোতে মেনচুৰাং বাঃবৈয়ে পোষ্ট মাষ্টৰৰ চাকৰিটো হেৰুৱাইছিল বুলি শুনিছিলো। আমি নুনীয়া বুলি কোৱা মথাউৰি বন্ধা কামত লগোৱা বিহাৰী বনুৱাই বিহাৰলৈ মণি অৰ্ডাৰ যোগে পঠোৱা টকা হেনো মেনচুৰাং বাঃবৈয়ে পোষ্ট মাষ্টৰ হিচাপে আত্মসাৎ কৰিছিল। কথাটো হেনো ধৰা পৰিছিল শোণিতপুৰ জিলাৰ বৰগাং নামে ঠাইৰ আমাৰ জাহাজ ঘাটত চাকৰি কৰা ঘনবাহাদুৰ ছেত্ৰীয়ে বৰগাঁওৰ ঘৰলৈ কেইবামাহো মণি অৰ্ডাৰ কৰিও গাঁৱৰ ঘৰত টকা নোপোৱা বুলি ধৰা পৰাৰ পিছত। বিভাগীয়ভাৱে অনুসন্ধান কৰোতে মণি অৰ্ডাৰৰ নাম জমা দিয়া কেইবা হাজাৰো টকা মেনচুৰাং বাঃবৈয়ে আত্মসাৎ কৰাৰ কথা হেনো ধৰা পেলাইছিল। তেনেদৰে আত্মসাৎ কৰা টকাখিনি তৎক্ষণাৎ ঘূৰাই দিলে চাকৰি ৰাচি যাবও পাৰে বুলি মেনচুৰাং বাঃবৈক বিভাগীয় বিষয়াই হেনো কৈছিল।

ইতিমধ্যে ব্ৰহ্মপুত্ৰৰ খহনীয়াই খেতিৰ মাটি শেষ কৰি পেলোৱাত, বানপানীৰ ফলত চৰ-চাপৰিৰ ম'হৰ খুটি উচন হোৱাত, মেনচুৰাং বাঃবৈহঁতৰ ঘৰৰ আৰ্থিক অৱস্থা একেবাৰে বেয়া হৈ পৰিছিল। ডাক ঘৰত জমা দিয়া মণি অৰ্ডাৰৰ কেইবাহাজাৰো টকা যোগাৰ কৰি পুনৰ জমা দিয়াতো মেনচুৰাং বাঃবৈৰ বাবে অসম্ভৱ হৈ উঠিছিল। জলসম্পদ বিভাগৰ অ'ভাৰচিয়াৰ বন্ধু দত্তক মেনচুৰাং বাঃবৈয়ে সহায়ৰ কথা কোৱা দিনৰে পৰা তেওঁ হেনো আমাৰ ঘাটৰ ফালে অহাটোকে বন্ধ কৰি দিছিল। মোৰ পৰাও সহায় বিচাৰিছিল যদিও নতুনকৈ অ', এন, জি, চিত সোমাই মই টকা পাঁচ হেজাৰমানহে দিব পৰা অৱস্থাত আছিলো। মদ খাই মথাউৰিত চলোৱা ৰাজদূত মটৰ চাইকেলখনৰ অৱস্থা কাহিল হোৱাত বিক্ৰী কৰিবলৈ বিচাৰিও মেনচুৰাং বাঃবৈয়ে গ্ৰাহক বিচাৰি পোৱা নাছিল। ফলত ডাক ঘৰত মণি অৰ্ডাৰৰ বাবে জমা দিয়া কেইবা হাজাৰো টকা বিভাগীয় হুকুমত ঘূৰাই দিব নোৱাৰি আমাৰ ঘাটৰ তিনি আলিত থকা উপ ডাকঘৰৰ পোষ্ট মাষ্টৰৰ চাকৰিটো মেনচুৰাং বাঃবৈয়ে হেৰুৱাইছিল।

বানপানী আৰু গৰাখহনীয়াত সকলো হেৰুৱাই জীয়াই থকাৰ হেপাহ হেৰুৱাই পেলোৱা মেনচুৰাং বাঃবৈৰ দেউতাক অৰ্থাৎ মোৰ তাঃত দিম্বুৰামে শেষ নিঃশ্বাস ত্যাগ কৰিছিল বাঃবৈৰ চাকৰি গ'ল বুলি খবৰ পোৱাৰ দুমাহমানৰ পিছতে। অৱশ্যে য়াঃয় ধৰ্মেশ্বৰী প্ৰায় আঠ বছৰমানৰ আগতে ঢুকুৱাৰ পিছৰ পৰাই তাঃত দিম্বুৰামে জীয়াই থকাৰ হেপাহ হেৰুৱাই পেলাইছিল, যিবোৰ কথা পৰিয়ালৰ প্ৰিয় নাতি বুলি মোক তাঃতই কৈছিল। চাকৰি যোৱাৰ পিছত গৰাখহনীয়াৰ পৰা যিকণ খেতি, মাটি বৈ গৈছিল, তাত মেনচুৰাং বাঃবৈয়ে বিশেষ মনোযোগেৰে খেতি-বাতি কৰা নাছিল। ক'তোৱেই মনোযোগ দিব নোৱাৰা মেনচুৰাং বাঃবৈয়ে দিনটো মদ খায়েই পাৰ কৰিছিল। দিন বাগৰাৰ লগে লগে চাহাবী ঢঙত চলা মেনচুৰাং বাঃবৈয়ে সংপেন্ট-চাৰ্ট এৰি আঠুলৈ পৰা ধুতি আৰু গেঞ্জি পিন্ধা আৰম্ভ কৰি দিছিল। তেনে পোছাকেৰেই তাঃতৰ দিনৰ জাল লৈ মথাউৰিৰ কাষৰ বিলত মাছ মাৰিবলৈ যোৱা আৰম্ভ কৰিছিল। তাঃতয়ে দিনত আওপুৰণি খজা বন্দুকটো লৈ মথাউৰিৰ কাষৰ বিৰিণা, নল-খাগাৰিৰ হাবিত চৰাই-চিৰিকতিৰ চিকাৰলৈ বুলি যোৱা মেনচুৰাং বাঃবৈক দেখা গৈছিল।

অ', এন, জি, চিত চাকৰি কৰি মই ইতিমধ্যে নতুন বুলেট মটৰ চাইকেল এখন কিনি পেলাইছিলো। নতুন বুলেট মটৰ চাইকেলখন লৈ গাঁৱলৈ আহিলে মথাউৰিৰ ওপৰেদি তীব্ৰ গতিত চলাই মই ভাল পাইছিলো। মেনচুৰাং বাঃবৈৰ লগত আপং খাই শিৱসাগৰ চহৰলৈ বুলি তীব্ৰ গতিত মটৰ চাইকেল চলাই গাঁৱৰ পৰা আহোঁতে নিজকে কেতিয়াবা ডাক ঘৰত চাকৰি কৰি থকা অৱস্থাত বাঃবৈৰ দৰে মোৰ

নিজকে ভাৱ হৈছিল। এই লৈ মোৰ পৰিবাৰৰ পৰাও মেনচুৰাং বাঃবৈৰ গতি লোৱা বুলি মই কথা শুনিব লগাত পৰিছিলো। আগৰ গৰু যেনি যায় পিছৰ গৰুও তেনি যায় বুলি মোৰ পৰিবাৰে মোক ইতিকিং নকৰাকৈ থকা নাছিল। শিৱসাগৰ চহৰৰ পৰা তীব্ৰ গতিত মথাউৰিয়েদি মটৰ চাইকেল চলাই এদিন দেওবাৰে গৈ থাকোতে মলিয়ন গেঞ্জী আৰু আঁঠুৰ ওপৰত ধুতি পিন্ধি কান্ধত তাঃতৰ বন্দুকটো লৈ মেনচুৰাং বাঃবৈক ইকৰা-বিৰিণাৰ হাবি ডৰালৈ গৈ থকা দেখি মই মটৰ চাইকেলখন ৰখাই দিছিলো। মোক দেখি মিচিকিয়া হাঁহি মাৰি মেনচুৰাং বাঃবৈয়ে কৈছিল,

'যুগলে ঘৰলৈ আহিছা হ'বলা? আজিয়েই ঘূৰিবা চাগে। মোৰ ঘৰলৈ যাবা। মই এতিয়াই ঘূৰিম, কিবা এটা পাওঁ নেকি চাই আহোঁ।'

তাঃত দিম্বুৰামৰ দিনৰ মামৰে ধৰা খজা বন্দুকটোয়ে নুফুটে আৰু ফুটিলেও মথাউৰিৰ কাষৰ ইকৰা-বিৰিণা ডৰাত যে বগলী জাতীয় চৰাইৰ বাদে একোৱেই পোৱা নাযায়, এই কথা মই বা গাঁৱৰ মানুহে জানো যদিও চিকাৰলৈ যাওঁ বুলি ওলালে মেনচুৰাং বাঃবৈক আমি সাধাৰণতে একো নামাতো। চিকাৰৰ পৰা এতিয়াই ঘূৰিম বুলি মই আমাৰ চাংঘৰৰ তলত মটৰ চাইকেলখন ৰখোৱাৰ ঠিক পিছতেই মেনচুৰাং বাঃবই ওলাবহি বুলি মই জানিছিলো। মই লগত অনা বিলাতী মদৰ সোৱাদ দেওবাৰে দুপৰীয়া পোৱাৰ আশাত বগলী এটা বন্দুকৰ নলীত বান্ধি আনি কান্ধত বন্দুকটো থৈ আমাৰ ঘৰৰ তুংগীওৰ সমুখত থিয় হৈ মেনচুৰাং বাঃবৈয়ে মোক চিঞৰি কৈছিল,

'যুগলে খাবলৈ বহি গ'লা নেকি আকৌ! পেট ভৰাই নাখাবা, চিকাৰত কোনোৰকম বগলী এটা পালো। মোৰ তাতে দুপৰীয়াৰ সাজ খাই যাবা। মই আহিছো, তুমি আহি থাকিবা।'

মোৰ লগত কথা পাতিলে মেনচুৰাং বাঃবৈয়ে শুদ্ধ অসমীয়াত কথা পাতিছিল। মই মৌলুঙৰ কাষত দেউতাৰ লগত কথা পাতি বহি থাকিলে ডাঙৰ ককায়েক হিচাপে মোৰ দেউতাৰ আগত মেনচুৰাং বাঃবৈয়ে বিলাতী বটলটো লগত আনিবা বুলি ক'বলৈ সাহস নকৰে। সেয়ে ভতিজাকৰ ওপৰত কৰ্তৃত্ব থকাৰ সুৰত মোক বগলী মাংসৰে সৈতে দুপৰীয়াৰ সাজ ভাত খাই যাবলৈ শুদ্ধ অসমীয়াত মেনচুৰাং বাঃবৈয়ে তেনেকৈ নিমন্ত্ৰণ কৰি গৈছিল। চিকাৰত পোৱা বুলি কোৱা বগলীটোয়ে গাঁৱৰে কোনোবাই চিটিকা পাতি ধৰা বগলী, আৰু মোক খুৱাব লাগিব বুলি মিঠা মাতেৰেযে মেনচুৰাং বাঃবৈয়ে লৈ আনিলে, সেই কথা মোৰ দেউতা আৰু মই জুইশালৰ কাষত বহি থাকোতে বাঃবৈৰ মাত শুনিয়েই ইটোৰে-সিটোৰ চকুলৈ চাই

বুজি উঠিছিলো। পোষ্ট মাষ্টৰৰ চাকৰি হেৰুৱাই মেনচুৰাং বাঃবই যে মানসিকভাৱে ভাগি পৰিছিল, সেই কথা মোৰ দেউতাই হয়তো বুজিছিল। সেয়ে মই চহৰৰ পৰা আহোঁতে বিলাতী মদৰ হাফ বটল এটা মেনচুৰাং বাঃবৈৰ বাবে আনি দিলে মোৰ দেউতাই বিশেষ আপত্তি কৰা নাছিল। মেনচুৰাং বাঃবৈৰ নিমন্ত্ৰণ ক্ৰমে দুপৰীয়া তেওঁৰ চাংঘৰলৈ বিলাতী মদৰ হাফ বটলটো লৈ যাওঁতে বগলী মাংসৰ লগত আলু দি ভজা আঞ্জা নিজেই বান্ধি মোক খুৱাইছিল।

'আজিকালি চিকাৰ পাবলৈকে নাইকীয়া হ'ল বুজিছা, যুগল। খাল-বিলবোৰতো মাছ-কাছ নাইকীয়া হোৱাৰ দৰেই হ'ল। কোনো ৰকম বগলী এজনী পাইছিলো, মাছ-পুঠি খাবলৈ নাপাই তাইৰ গাত মাংস বুলিবলৈ একোৱেই নাই। সেয়ে আলুৰ লগত মিলাই ফ্ৰাই কৰি দিলো। খাই কেনে পাইছা? এসময়ত মই ভাল বান্ধনি আছিলো দিয়া। সেই দত্ত অ'ভাৰচিয়াৰটোৱে মই অম্বে-ঔৰসি পাতৰ লগত বন্ধা গাহৰি মাংস খাই বৰ ভাল পাইছিল। মোৰ বিপদৰ সময়ত সি অকণো সহায় নকৰিলে, মানুহক বিশ্বাস কৰাটোৱেই কঠিন বুজিছা। তোমালোকে ভালকৈ চলিবা, আমাৰ গাওঁবুঢ়া বংশৰ যাতে বদনাম নহয় তালৈ লক্ষ্য ৰাখিবা।'

বিলাতী মদ মুখত এঢোক পৰাৰ লগে লগে মেনচুৰাং বাঃবৈয়ে শুদ্ধ অসমীয়াত এনেদৰে মোৰ বাদেও গাঁৱৰ তেওঁতকৈ কম বয়সীয়াবোৰক বুজাইছিল। গাওঁখনৰ ভিতৰত খিলঙৰ কলেজত প্ৰথম পঢ়াৰ বাদেও আমাৰ গাওঁখনৰ ভিতৰতে একমাত্ৰ মেনচুৰাং বাঃবৈয়ে অ'ভাৰচিয়াৰ দত্ত, ঘাটৰ দাসহঁতে কোৱাৰ দৰে শুদ্ধ অসমীয়া ক'ব পাৰিছিল। ঘাটৰ ওচৰৰ হাইস্কুলত পঢ়ি থাকোতেই আমাৰ গাঁৱত আপং খাই ঘূৰি ফুৰা মাষ্টৰ ডিম্বেশ্বৰ গগৈৰ পৰা হাৰমনিয়াম, তাবলা বজাবলৈ শিকাৰ উপৰিও অসমীয়া আধুনিক গীত গাবলৈ মেনচুৰাং বাঃবৈয়ে শিকিছিল। মথাউৰিৰ কাষৰ ইকৰাৰ বেৰেৰে বনোৱা মাটি ঘৰত থাকি পঢ়া-শুনা কৰোতে হাৰমনিয়াম বজাই অসমীয়া গীত গোৱা মেনচুৰাং বাঃবৈৰ মুখলৈ চাই আমি সকলোতে তবধ মানিছিলো। হাৰমনিয়ামত হাত বুলাই বাঁহ-খেৰৰ মুধচলৈ অপলক দৃষ্টিৰে চাই অসমীয়া আধুনিক গীত গাই যাওঁতে 'তুমি চিত্ত বৃত্তি মোৰ' বোলা প্ৰাৰ্থনাটোকে মুখস্থ মাতিৰ নোৱাৰা আমিবোৰে মেনচুৰাং বাঃবৈয়ে কিতাপ বহি নোচোৱাকৈ ইমান দীঘলীয়া গান গোৱা শুনি আচৰিত হৈছিলো। হয়তো মেনচুৰাং বাঃবৈয়ে অতি আগ্ৰহেৰে মনোযোগ দি গীতবোৰ মুখস্থ কৰি পেলাইছিল আৰু শুদ্ধ অসমীয়াত গাবলৈ চেষ্টা কৰিছিল। সেয়ে পিচলৈও গুৰুত্বপূৰ্ণ কথা যেন ভাবিলে, মেনচুৰাং বাঃবৈয়ে তেওঁৰ কথা মিচিং ভাষাত নকৈ অসমীয়াত কোৱাতো হয়তো অভ্যাসত পৰিণত হৈছিল। যোৰহাটত আই, টি, আই পঢ়ি অ' এন, জি, চিত চাকৰিত সোমায়ো মই কিন্তু শুদ্ধ

অসমীয়া ক'ব পৰা নহ'লো। মেন্‌চুৱাং বাঃবৈৰ শুদ্ধ অসমীয়াত কোৱা কথা শুনি সেয়ে মই ভঙা অসমীয়াত কৈছিলো,

'তাঃতই বনাই তৈ যোৱা এই গৰতো এৰিবৰ সল নসয়। কসনীয়াইচোন ঘৰ পাওঁ পাওঁ সৈছেগৈ।'

'তুমি কি কথা কোৱাহে যুগল। পৈতৃক সম্পত্তি এৰি যোৱাত মই নাই দিয়া। মিবুক মাতি মঙ্গল চোৱাই সকাম এটা পাতিলে, অপদেৱতাবোৰ সন্তুষ্ট হ'লেই গৰা খহনীয়া ৰৈ যাব দিয়া। তুমি অহা সপ্তাহত ঘৰলৈ আহিলে মই মিবুক মাতি পঠাম দিয়া। মিবুৰ বাবে বটল দুটামান বেছিকৈ আনিবা।'

মেন্‌চুৱাং বাঃবৈৰ লগত অসমীয়াত মই হঠাৎ ভাৱি যুক্তি দৰ্শাব নোৱাৰো বাবে মিচিং ভাষাত কৈছিলো,

'আজিকালি মিবুৰ দিন নাই আৰু দিয়ক। ব্ৰহ্মপুত্ৰৰ গৰা খহনীয়াই আমাৰ গাঁৱৰ খেতিৰ মাটি নিঃশেষ কৰাৰ লগতে পুৰণি গাওঁখনো লৈ গ'ল! এবছৰমানৰ ভিতৰত এই ঘৰটো যে খহাই নিব তাত সন্দেহ নাই। মথাউৰিৰ সিপাৰে আমাৰ ঘৰৰ কাষলৈ আপুনি উঠি যাব পাৰেচোন। প্ৰয়োজন হ'লে চাংঘৰটো বনোৱাত মই যি পাৰো সহায় কৰিম।'

'তেনেকৈ নক'বাহে যুগল। পৈতৃক সম্পত্তি এৰি যাবলৈ কৈ মোৰ মনত আঘাত নিদিবা। তোমাৰ দেউতাচোন ঘৰখনৰ ভিতৰত ডাঙৰ আছিল। তোমাৰ দেউতাৰ পিছৰ তিনিজনেও এই ঘৰ এৰি গ'ল। মোক ঘৰখনৰ নুমলীয়া পাই পৈতৃক ঘৰটোৰ দায়িত্ব এৰি দিলে। আৰু এতিয়া পৈতৃক ঘৰটোত থকা আৰু ৰক্ষা কৰা মোৰ দায়িত্ব নহয় জানো? তোমাৰ সহায় নহ'লেও মথাউৰিৰ সিপাৰে প্ৰয়োজন হ'লে পকী খুটাৰ চাংঘৰ মই বনাব পাৰিম দিয়া। পিছে পৈতৃক ভেটি এৰি যোৱাত মই নাই দেই, যুগল।'

মথাউৰিৰ সিপাৰে পকী খুটা দি চাংঘৰ বনোৱাতো বাদেই, সাধাৰণ বাঁহ-কাঠৰ চাংঘৰ এটাও বনোৱাৰ সামৰ্থযে মেন্‌চুৱাং বাঃবৈৰ নাই এই কথা মই বুজিছিলো। তেওঁৰ লগত এনেবোৰ কথা বেছিকৈ পাতি লাভ নাই বুলি জানি বিলাতী মদৰ হাফ বটল একেলগে খাই শেষ কৰি মই ডিউটিলৈ যাবগৈ লাগে বুলি গুচি আহিছিলো।

ফাগুণ মাহৰ প্ৰথম বুধবাৰৰ দিনা আলিয়াই লৃগাং উৎসৱ পতা মই ল'ৰালি কালৰ পৰাই দেখি আহিছিলো। পুৱা বেলা চাংঘৰৰ কাষৰ বাৰীত বা পথাৰত আহু ধানৰ কঠিয়া সিঁচা যেন কৰি দুঃঞ্জি-পঃল, মৃত পূৰ্বপুৰুষৰ নাম লৈ অপদেৱতালৈ পঃৰ আপং, মাছ-মঙহৰ আঞ্জা আগবঢ়াই খেতি-বাতি ভাল হ'বৰ বাবে আশীৰ্বাদ

বিচাৰি পুৰাং আপিন মদে-মাংসেই ঘৰে ঘৰে ভোজ খোৱা কৰিছিল। ৰাতিলৈ ডেকা-গাভৰুৱে ঘৰে ঘৰে বিহু মাৰিছিল। ঘৰে ঘৰে ভোজ খাওঁতে বা বিহু মাৰোতে মিবু নচা হ'লে দেখা নাছিলো। পোষ্ট মাষ্টৰৰ চাকৰি যোৱাৰ কিছু বছৰৰ পিছৰ পৰা আঠুলৈকে পৰা ধুতি আৰু মলিয়ন গেঞ্জীৰ ওপৰত মিবু গালুক পিন্ধি, ডিঙিত তাংতৰ দিনৰ মাদুলি, বিবিধ মণিৰ দীঘল মালা পিন্ধি লৈ, য়ক্চা তৰোৱাল হাতত লৈ মিবু সাজি মেনচুৰাং বাঃবৈয়ে ডেকা-গাভৰুৰ বিহু নৃত্যৰ লগত তাল মিলাই কোনেও বুজি নোপোৱা মিবু আবাং গাই মিবু নাচ নাচি আপঙৰ নিচাত এঘৰৰ পৰা সিঘৰলৈ ঢপলিয়াই ফুৰিছিল। মেনচুৰাং বাঃবৈৰ এনে অৱস্থা দেখি মোৰ দেউতা অগ্নিশৰ্মা হৈ উঠিছিল যদিও লৃগাং উৎসৱ বুলি কোনোমতে সহ্য কৰিছিল। গাঁৱৰ ভিতৰত শ্বিলঙৰ কলেজত পঢ়া প্ৰথম মানুহজন, পোষ্ট মাষ্টৰৰ দৰে গাওঁখনৰ বাবে ডাঙৰ চাকৰি কৰা মানুহজনৰ চাকৰি যোৱাৰ পিছত, খেতিৰ মাটি খহনীয়াই নিঃশেষ কৰাৰ অন্তত এনে অৱস্থা হোৱা দেখি গাঁৱৰ সকলোৰেই মেনচুৰাং বাঃবৈলৈ পুতৌ জন্মিছিল। তাৰ অৱস্থা দেখি বহুতে দুঃখ প্ৰকাশো কৰিছিল। সেয়ে আলিয়াই লৃগাঙৰ দিনা আপং খায়েই নিজক পাহৰি থাকিব বিচৰা মেনচুৰাং বাঃবৈক গাঁৱৰ প্ৰতিঘৰে বিনা প্ৰতিবাদে সি যিমান খাব পাৰে, সিমান আপং যাচিছিল। আপঙৰ নিচাত মিবু নৃত্য নাচি ভাগৰি পৰা মেনচুৰাং বাঃবৈৰ কাৰোবাৰ চাংঘৰৰ বাৰান্দাত ওপৰমুৱাকৈ পৰি আবোল-তাবোল গাই ঘোৰ টোপনিত লালকাল হৈ শুই থাকিলে গাঁৱৰে সৰু ল'ৰা-ছোৱালীবোৰে তাৰ ডিঙিত পিন্ধা দীঘলীয়া মালাৰ মণিবিলাক চুই চাইছিল। আমি সৰুতে তেনেধৰণৰ মালা পাছিঘাটৰ ফালৰ আদী মানুহ আহি কাড়িৰ বিনিময়ত তাংতৰ ঘৰত দি যোৱা দেখিছিলো। তাংতইংতেনো কড়ি ক'ৰ পৰা পাইছিল, মুৰত বেতৰ টুপী পিন্ধা, কঁকালত য়ক্চা তৰোৱাল লোৱা, পিঠিত বেতৰ মোনা আঁৰি লোৱা আমাৰ বাবে ভয় লগা সাজ-পোছাকৰ আদী মানুহকনো কড়িৰ কিয় প্ৰয়োজন হৈছিল আমি জনা নাছিলো। কিন্তু ৰঙা-নীলা-বগা আদি ৰঙৰ মণিৰ দীঘল মালাৰ বিনিময়ত আদী মানুহে আমাৰ গাঁৱৰ পৰা কড়ি গোটাই লৈ গৈছিল।

হতাশাত ভুগি হয়তো মেনচুৰাং বাঃবৈয়ে এনেবোৰ কাণ্ড গাওঁখনত কৰি ফুৰিছিল। গাঁৱৰ সকলোৰে হাঁহিয়াতৰ পাত্ৰ ইতিমধ্যে হৈ গৈছে বুলি জানিয়েই আমাৰ পৰিয়ালৰ একেবাৰে সৰু বাঃবই যাতে আমাৰ বাবেও পুতৌৰ পাত্ৰ বুলি নাভাৱে, সেই ভাবিয়েই মই চহৰৰ পৰা গাঁৱলৈ আহিলে মেনচুৰাং বাঃবৈৰ ঘৰলৈ গৈ মাত এষাৰ লগোৱাৰ লগতে বিলাতী মদৰ হাফ বটল এটাও উপহাৰ হিচাপে দি আহোঁ। অৱশ্যে বিলাতী মদৰ হাফ বটলটো উপহাৰ হিচাপে দি অহা বোলাতকৈ

মেনচুৰাং বাঃবৈৰ লগত জুইশালৰ কাষত বহি আমি দুয়ো খাই পেলাওঁ। তেনে কথাত কাঞ্চন নাঃনৈয়ে বিশেষ আপত্তি নকৰে। ঘৰখন চলিবৰ বাবে টকা কেইটামান মেনচুৰাং বাঃবৈয়ে নেদেখাকৈ মই কাঞ্চন নাঃনৈক দি থৈ আহোঁ। সেয়ে মই গ'লে মেনচুৰাং বাঃবৈৰ লগতে কাঞ্চন নাঃনৈয়েও ভাল পায়। বিলাতী মদৰ ভাগ অলপ পালেহে কাঞ্চন নাঃনৈয়ে মেনচুৰাং বাঃবই আৰু মোক অলপ কথা শুনায়।

'গাওঁখনৰ ভিতৰত তইঁতৰ ঘৰখনৰ মানুহেই বেছিকৈ মদ খাই যেন লাগে অ' যুগল। আনে নিয়ম মতে পঃৰ আপং খায়। মেনচুৰাং বাঃবই আৰু তইঁতেচোন পঃৰ আপঙৰ লগতে বিলাতী, দোকানী যি পাব তাকেই খাব। তাতে নিচাত নাথাকিলে তইঁতৰ নহয়েই। এনেকৈচোন পৰিয়ালটোচাৰ সকলোবোৰেই সোনকালে মৰি থাকিব।'

'অ'ই, যুগলে আনি দিয়া বিলাতী মদৰ ভাগ পাইছ যেতিয়া খাই লৈ চুপে-চাপে বহি থাক। আমাৰ পৰিয়ালৰ সকলোৱেই খাই বুলি তোক কোনে ক'লে? যুগলৰ দেউতাকেতো মদ খোৱা একেবাৰে এৰি দিলে, তই নাজান নেকি?'

কাঞ্চন নাঃনৈৰ মিচিং ভাষাত কোৱা কথা শুনি ধমকৰ সুৰত মেনচুৰাং বাঃবৈয়ে কোবাত নাঃনৈয়ে বিলাতী মদৰ বাটিত শেষ সোশা মাৰি ক'লে,

'যুগলৰ দেউতাকে শংকৰ সংঘত সোমাল বুলিহে মদ এৰিলে। নিয়ম মতে যুগলেওচোন মদ খাব নাপায়। পিছে যুগল, তয়ো তোৰ মেনচুৰাং বাঃবৈৰ দৰে হ'ব লাগিছ দেই। বৰকৈ নাখাবি, তয়ো তোৰ মেনচুৰাং বাঃবৈৰ দৰে হ'ব লাগিলে শংকৰ সংঘত সোমাবা তোৰ বাপেৰৰ বদনাম হ'ব চাবি।'

'এহ্ নাঃনৈ, মই বৰকৈ নাখাওঁ নহয়! তয়ো আমাৰ পংখীৰ মাকৰ দৰে কথা ক'বলৈ আৰম্ভ কৰি দিলি। নাঃনৈৰ ভৰিত কি হ'লনো, ক'ৰবাত পৰি আঘাত পোৱা যেন লাগিছে।'

মোৰ পৰিবাৰেও কাঞ্চন নাঃনৈৰ দৰে মোক কথা শুনাই থাকে বাবে ধেমেলীয়া সুৰত কথাৰ প্ৰসংগ এৰাবলৈ ফটা কাপোৰ বান্ধি থোৱা নাঃনৈৰ ভৰিটোলৈ চাই ক'লো। মোৰ কথা শুনি অভিমানৰ সুৰত কাঞ্চন নাঃনৈয়ে ক'লে,

'ক'ত দুখ পামনো আৰু! তোৰ মেনচুৰাং বাঃবৈৰ এইখন চাং বাংলোৰ জখলাত পানীৰ কলহ লৈ উঠি আহোঁতে পঁচা কাঠৰ জখলা ভাগি পৰাত ভৰিত দুখ পালো। জখলাডাল ঠিক কৰিবলৈও তোৰ বাঃবৈৰ সময় নাই।'

'চাহাব মানুহৰ ক'ত সময় থাকিব, তয়ে গাঁৱৰ মানুহ লগাই ঠিক কৰি ল'ব লাগিছিল।'

মোৰ কথা শুনি বিলাতী মদ খাই নিচাত কোৱা বুলি ভাবি খংমুৱাকৈ মোলৈ চাই কাঞ্চন নাঃনৈয়ে ক'লে,

'হয়, হয়, তোৰ মেন্‌চুৰাং বাঃবই বৰ ডাঙৰ চাহাব নহয়? চাহাবে শিঙ্কা ডিঙিৰ ৰচিডাল সেই বেৰত চঃপনৰ মাৰিডালত বন্ধা আছে, চা। আৰু চাহাবৰ কোট-পেন্টবোৰ বানপানীত চাহাবৰ ঘৰত আশ্ৰয় লোৱা নিগনিবোৰে কুটি কেতিয়াবাই শেষ কৰিলে। আৰু তই এই চাহাবৰ সময় নাই বুলি কৱ?'

কাঞ্চন নাঃনৈ আৰু মই মিচিং ভাষাত কথা পাতি থকা শুনি মেন্‌চুৰাং বাঃবৈয়ে গহীন সুৰত শুদ্ধ অসমীয়াত ক'লে,

'এই জনীয়েনো ক'ৰ কথা ক'ত টানি নিব ধৰিছে। সকলো ঠিক আছে দে, মই লাহে-ধীৰে পকী খুটাৰ নতুন চাংঘৰ সাজি তোক দেখুৱাম। এতিয়া মনে মনে বহি থাক, আমাক শান্তিৰে বিলাতী আপংখিনি খাই শেষ কৰিবলৈ দে।'

'শুনিলি যুগল, তোৰ মেন্‌চুৰাং বাঃবৈৰ কথা। এনেকৈ দিনে-ৰাতিয়ে মদ খাই থাকিলে পকী খুটাৰ নতুন চাংঘৰ সাজিবলৈ তোৰ বাঃবৈয়ে জীয়াই থাকিবনে? মোৰ ল'ৰা-ছোৱালীহালক তোৰ নিজৰ ভাই-ভনী বুলি ভাবি চাব লাগিব বুজিছ। তোৰ এই মেন্‌চুৰাং বাঃবৈৰ পৰা মই একো আশা কৰা নাই আৰু। এই পৈতৃক ভেঁটিৰে সৈতে পঁচি যাব ধৰা কাঠৰ চাংঘৰটোক ব্ৰহ্মপুত্ৰই খহাই নিলে মোকো লগত নিলেই মই শান্তি পাম। হে ঈশ্বৰ, মইনো ক'ত কি পাপ কৰিছিলো, এনেদৰে মৰি মৰি জীয়াই থাকিবলগীয়া অবস্থা হৈছে।'

'বিলাতী মদ এঢোক খায়েই এইজনীৰ নিচা হ'ব পায়। নিচা নহ'লে এইজনীয়ে এনেকৈ কথা নকয়। তোমাৰ টাউনলৈ যাবৰ বাবে পলমেই হ'ব পায়, এতিয়া তুমি যোৱা, যুগল। এইজনীৰ কথাবোৰত গুৰুত্ব নিদিবা। এইবাৰ ঘৰলৈ আহিলে ডাঙৰ বটল এটাকৈ আনিবাহে। আজি অলপ ক'মেই হ'ল, আৰু অলপ পেটত পৰিলেহে ভাল লাগিলহেতেন। এতিয়া যোৱা।'

কাঞ্চন নাঃনৈৰ কথাবোৰ শুনি মই পলাব পাৰিলেই ভাল আছিল বুলি ভাবি আছিলো। মেন্‌চুৰাং বাঃবৈয়ে যাবলৈ কোৱাত সুবিধা পাই ঘপহকৈ বহাৰ পৰা উঠি বাঃবৈৰ চাংঘৰৰ পৰা নামি আহি মটৰ চাইকেলত তীব্ৰ বেগে গুচি আহিলো। ঘৰত মাতবাৰ লগাই মথাউৰিয়েদি তীব্ৰ বেগত মটৰ চাইকেলত আহি থাকোতে মেন্‌চুৰাং বাঃবৈৰ অসহায় মুখখনে মোক বৰকৈ আমনি কৰিছিল।

শব্দ অৰ্থ :

মেন্‌চুৰাং বাঃ বই— শিয়াল খুৰা

নাঃনই — খুৰী।

তাঃত যাঃয় — ককা-আইতা

পঃৰ আপং — ছাঁই মদ

দঃঞি - পঃল — সূৰ্য-চন্দ্ৰ

পুৰাং আপিন — কৌ পাতত টোপোলা বান্ধি সিজোৱা ভাত

মিবু — পুৰোহিত

য়ক্‌চা — মিবুৰ তৰোৱাল

মিবু গালুক — মিবু চোলা

আবাং — মিবু গীত

চঃপন — কাপোৰ আলনাৰ দৰে ৰাখিবলৈ বেৰৰ সমান্তৰলৈ বন্ধা কাঠ বা বাঁহৰ টুকুৰা।

# কিৰ্পাময় কিচ্ন

'কিচ্ন এক দেব দুক আৰি
কাল মায়াদিৰো অদিকাৰি
কিচ্ন বিনে ছেচ্ত জিব
নাত্রিঙ নাত্রিঙ আৰ'

পুত্র-বোৱাৰী, নাতি-নাতিনীসহ সমুখৰ থাপনালৈ আঁঠু লৈ সেৱা জনাই থকা অৱস্থাতে নামঘৰত গোট খোৱা গাঁৱৰ আই প্রভুসকলৰ লগত সুৰ মিলাই ভঙা অসমীয়াত পদ ফাঁকি গাই জোনালীয়ে হুক হুকাই কান্দি উঠিছিল।

শাহু আইৰ কান্দোন শুনি আঁঠু লৈ সেৱা জনাই থকা অৱস্থাতে মূৰত লোৱা উৰণিৰ আঁচলেৰে বোৱাৰীয়েক হেমলতাই চকুলো মচি ক'লে,

'যায়' চুঃপাক কাপ্‌পামাং, কুমচুপঃত।' আই এতিয়া কান্দিব নাপায়, সেৱা জনাই ল'।

'কাপগেমাবং চা। আবুদীম্ মীপালা কাপদুঙাই' — নাকান্দো আৰু দে। দেউতাৰক মনত পৰি কান্দোন ওলাইছিল। এ ইচৰ কিচন প্রবু, জিয়াই তকা কেইটাক বাৰুকৈ ৰাকিবি।'

মিচিং আৰু ভঙা অসমীয়াত কথাখিনি কৈ পাঁচ বছৰীয়া নাতিনীয়েকক ভালকৈ সেৱা জনোৱাৰ ইংগিত দি কীৰ্ত্তন-নামঘোষাৰ পদ গাই থকা গাঁৱৰ আই-প্রভুসকলৰ মাজত নামঘৰটোৰ থাপনালৈ বুলি সেৱা জনাই জোনালীয়ে সৰু মাতেৰে পদ সমূহ আওঁৰাই গ'ল।

উত্তৰ-দক্ষিণমুৱাকৈ থকা দীঘলীয়া চাংঘৰটোৰ চোতালৰ সিপাৰে সৰুকৈ মাহ-খেৰেৰে গিৰিয়েক চেনীৰাম মিলিয়ে জীয়াই থাকোতেই সজা সৰু নামঘৰটোত গাঁৱৰ আই প্রভুসকলে গোট খাই চেনীৰাম মিলিৰ আত্মাৰ সদগতিৰ অৰ্থে নাম প্রসংগ এভাগী আগবঢ়াইছিল। নাম প্রসংগৰ বাবে মাহ-প্রসাদৰ বজাৰ আগদিনা সাপ্তাহিক মঙলবৰীয়া বজাৰৰ পৰা জোনালীৰ ডাঙৰ দেওৰেকৰ ল'ৰা অকণে কৰি দিছিল। বুটমাহ, মাটিমাহ, কল, কুঁহিয়াৰ, নাৰিকল আদি প্রায় সকলোখিনি সামগ্রীয়েই কিনিব লগাত পৰিছিল। চেনী, গুৰ, চাহপাত আদি গাঁৱৰে কেঞা দোকানখনৰ পৰা আনিছিল। মাহ-প্রসাদৰ বাবে সকলোখিনি সামগ্রী কিনিবলগীয়া

হোৱা স্বত্বেও জোনালীৰ বাবে বিশেষ চিন্তা কৰিব লগা হোৱা নাছিল। এনেবোৰ খৰছত বিয়া দি উলিয়াই দিয়া মাষ্টৰণী কৰা দুজনী জীয়েক আৰু চাকৰি কৰা পুতেকেই টকাৰ যোগান ধৰিছিল।

মিচিং পৰম্পৰাগত নিয়ম মতে তিলনী, দদগাং বা শ্ৰাদ্ধ পতা হ'লেহে কৰ্কাল আৰু গাৰ বিষ হৈ যোৱাকৈ চাউল যোগাৰ কৰা, আপং তৈয়াৰ কৰা আদি কামত জোনালীয়ে ব্যস্ত হ'ব লগাত পৰিলহেতেন। তেনেবোৰ আহুকালৰ পৰা জোনালীয়ে পৰিত্ৰাণ পাইছিল বিশ বছৰমানৰ আগতে গিৰিয়েক চেনীৰাম মিলিয়ে শ্ৰীমন্ত শংকৰদেৱ সংঘত শৰণ লোৱা দিনাৰে পৰা। শ্ৰীমন্ত শংকৰদেৱ সংঘৰ শৰণ লোৱাৰে পৰা গিৰিয়েক চেনীৰাম মিলিয়ে আপং বা আন নিচাযুক্ত দ্ৰব্য খোৱাতো একেবাৰে বাদ দিছিল। প্ৰথম অৱস্থাত চাংঘৰৰ জুইশালৰ জুই আৰু চাকিৰ পোহৰতে গিৰিয়েকে কীৰ্ত্তন-নামঘোষা মেলি পদ গোৱাৰ অভ্যাস আৰম্ভ কৰি দিছিল। এবছৰ মানৰ পিছতে চাংঘৰটোৰ চোতালৰ সিপাৰে থকা সৰু নামঘৰটো সাজি লৈছিল।

শ্ৰীমন্ত শংকৰদেৱ সংঘত শৰণ লোৱাৰ আগতে দিনবোৰযে কেনেকৈ পাৰ কৰিব লগাত পৰিছিল কথাবোৰ ভাবিলে জোনালীৰ এতিয়াও গা শিয়ঁৰি উঠে। দিনে তিনিবাৰকৈ ভাত খাওঁতে পুৱা, দুপৰীয়া আৰু ৰাতি গিৰিয়েক চেনীৰাম মিলিক আপং যোগাৰ কৰি দিয়া, সময়ে-অসময়ে আলহী-অতিথি আহিলেই ভাত-আপং তৈয়াৰ কৰিবলগীয়া হোৱা বাবে জোনালীৰ উশাহ ল'ব নোৱাৰা অৱস্থা হৈছিল। ঢল পুৱাৰে পৰা ৰাতিলৈকে খেতি আৰু ঘৰুৱা কামত ব্যস্ত থাকোতে দহোটা সন্তানৰ মাতৃ কেতিয়া কেনেকৈনো হৈছিল জোনালীয়ে ত'তৈই ধৰিব পৰা নাছিল। তেনে অৱস্থাতো সময় মতে আপং নাপালে বা আপং কেনেবাকৈ মনঃপুত নহ'লে গিৰিয়েক চেনীৰাম মিলিৰ এছাৰিৰ কোব জোনালীয়ে পাইছিল। গিৰিয়েকৰ এছাৰিৰ কোব খাই হুৰাওৰাওকৈ কন্দাৰ বাদে জোনালীৰ আন উপায় নাছিল। গাঁৱৰ প্ৰত্যেক ঘৰৰে অৱস্থা অৱশ্যে তেনেকুৱাই আছিল। ভাত বা আপং সময়মতে নাপালে ঘৈণীয়েকৰ আগত বৰ মতা বোলাই ঘৈণীয়েকক মাৰপিত কৰাতো গাঁৱৰ বিবাহিত মতাবোৰৰ স্বভাৱেই হৈ পৰিছিল। গাঁৱৰ মতাবোৰে নিজৰ বাদে ঘৈণীয়েক বা ল'ৰা-ছোৱালীৰ কথা অকণো ভবা নাছিল।

চাংঘৰৰ অস্বাস্থ্যকৰ পৰিবেশত ডাঙৰ-দীঘল হোৱা জোনালীৰ সন্তানকেইটাৰ স্বাস্থ্য একেবাৰে বেয়া আছিল। গিৰিয়েক চেনীৰাম মিলিৰ বাবে আপং, ভাত আদি যোগাৰ কৰাৰ চিন্তাতে সন্তানকেইটাই কি খায়, কি নাখায় এই লৈ জোনালীয়ে চিন্তা কৰাৰ সময় পোৱা নাছিল। স্বাস্থ্যজনিত কাৰণতে জোনালীৰ ছয় নম্বৰ ছোৱালী সন্তানটোৰ পাঁচ বছৰ বয়সত মৃত্যু হৈছিল। কেইবছৰমানৰ পিছত ন নম্বৰ ছোৱালী সন্তানটোও মৰিছিল একেটা কাৰণত এবছৰ বয়সতে। ইতিমধ্যে ডাঙৰ

জীয়েকে পলাই গৈ বিয়া হৈছিল। দুজনী জীয়েকক হেকওবা বাবেনে আন কিবা কাৰণত এই কথা জোনালীয়ে নাজানে, কিন্তু ন নম্বৰ ছোৱালী সন্তানটো এবছৰতে মৰি ভূত হোৱাৰ কেইবছৰমানৰ পিছতে গিৰিয়েক চেনীৰাম মিলিয়ে গাঁৱৰ দহঘৰমান মানুহৰ লগত শ্ৰীমন্ত শংকৰদেৱৰ সংঘৰ শৰণ লয়।

'সেৱা লোৱা হৈছে দিয়ক। আইসকলে এতিয়া চাহ এটুপিৰ যোগাৰ কৰিব পাৰে।'

গাঁৱৰে উমাকান্ত প্ৰভুৱে মাত দিয়াতহে আঁঠু লৈ সেৱা লৈ থকা জোনালীয়ে সম্বিত ঘূৰাই পোৱাৰ দৰে কৰি ওচৰতে বহা আইসকলৰ লগত বহিলহি।

'প্ৰভুসকলক চাহটুপি দিবলৈ গাখীৰহে নাই যেন পাইছোঁ।'

ধেমালি সুৰত আই হেমলতা বেগনে কোৱা শুনি উমাকান্ত প্ৰভুৱে ক'লে,

'কৃষ্ণৰ কৃপাত ৰঙা চাহ হ'লেও হ'ব দিয়া। কি কোৱাহে মস্কো?'

'প্ৰভুৱে ঠিকেই কৈছে দিয়ক, কিবা এটা হ'লেই হ'ল আৰু!'

'আমাৰ এই প্ৰভুকনো মস্কো নামটো কোনে দিলে হয়?'

মদন বেগন প্ৰভুৰ কথা শুনি মস্কো লাচন প্ৰভুৱে ক'লে,

'এই আকবৰ মৰাঙক সোধক প্ৰভু। তাৰ নামটোনো কোনে দিছিল বাৰু? মৰাং উপাধিটো নথকা হ'লে আকবৰে কৃষ্ণৰ নাম লয় বুলি অসমীয়া প্ৰভুসকলে আমাক সুধিলেইহেতেন যেন পাওঁ!'

'ভকত প্ৰভুসকলে তেনেবোৰ কথা পাতিব নাপায় অই! নামৰনো কি কথা আছে, মোৰ মানুহটোৰ নাম কৃষ্ণ, এইজন মস্কোৰ কাষতে বহি আছে, সি জানো কৃষ্ণ প্ৰভুৰ নিচিনা?'

বাটিত ফিকা চাহ ঢালি হেমলতাই কোৱা কথা শুনি নামঘৰত উপস্থিত আই প্ৰভুসকলে ডাঙৰকৈ হাঁহি দিলে।

'হে কৃষ্ণ, দয়াময় প্ৰভু, তোমাৰ নাম লৈ ধেমালি কৰিছোঁ বুলি ভাবি এই অধমসকলক বেয়া নোপোৱা যেন। আমাৰ স্বৰ্গগামী হোৱা চেনীৰাম মিলিৰ আত্মাৰ সদগতিৰ অৰ্থে তোমাৰ নামত শৰাই এগছি আগবঢ়াওঁতে আই প্ৰভুসকলৰ লগত অলপ ধেমেলীয়া কথা পাতিছোঁ, কিবা দোষ ক্ৰুটি হ'লে এই অভাজন সকলক ক্ষমা কৰি দিয়ে যেন। কৃষ্ণ কৃষ্ণ, হে দয়াময় প্ৰভু!' কথাখিনি কৈ বয়োজ্যেষ্ঠ মদন বেগনে থাপনালৈ বুলি সেৱা এটা জনালে।

মানুহৰ নামক লৈ নামঘৰটোত গোট খোৱা আই প্ৰভুসকলে ধেমেলীয়াকৈ কথা পতা শুনি জোনালীৰ গিৰিয়েক চেনীৰামৰ নামটোক লৈ কৰা গাতকালৰ ধেমেলীয়া কথা-বতৰাবোৰলৈ ঘপহকৈ মনত পৰিল। একেখন গাঁৱৰে দক্ষিণ কোণত থকা জোনালী পাওগামৰ ঘৰখন এসময়ত চেনীৰাম মিলিৰ ঘৰখনৰ দৰেই দুটা

ধানৰ ভঁৰালসহ গাওঁখনৰ ভিতৰত উল্লেখযোগ্য চাংঘৰ আছিল। ছজনী বাই-ভনী আৰু দুটা ভাইসহ পৰিয়ালটোত জোনালী আছিল ঘৰখনৰ দুই নম্বৰ সন্তান। তেতিয়াৰ দিনত জোনালীহঁত স্কুললৈ যোৱা নাছিল। সেয়ে তাই নিৰক্ষৰ হৈ ৰ'ল। অৱশ্যে স্কুল গাওঁখনৰ ওচৰত নাছিল। গাঁৱৰ পৰা প্ৰায় চাৰি-পাঁচ মাইল দূৰৈত থকা এল, পি স্কুললৈ বাঘ-ঘোং থকা হাবিৰ মাজেদি জোনালীহঁত যোৱাৰ প্ৰশ্নই উঠা নাছিল। চেনীৰাম মিলি আৰু দুই গাঁৱৰে দুই এজনে তেনে স্কুললৈ গৈছিল বুলি জোনালীয়ে গম পাইছিল।

স্কুল নোযোৱা বাবে অসমীয়া ভাষা নাজানি নিৰক্ষৰ হৈ ৰোৱা জোনালী কিন্তু গাভৰু হোৱা মানে ঘৰুৱা সকলো কামত পাকৈত হৈ উঠিছিল। ধান ৰোৱা, ধান কটা, খৰি গোটোৱা, প্ৰয়োজন হ'লে কুঠাৰেৰে খৰি ফলা, তাঁত বোৱা, জাকৈ মৰা, আপং বনোৱা ইত্যাদি সকলো কামতে জোনালী পাকৈত আছিল। এজনী পাকৈত নাচনী হিচাপেও তাইৰ নাম আছিল। ঘৰুৱা কামত পুৱাৰ পৰা গধূলিলৈকে লাগি থাকিব লগীয়া হোৱা বাবে তাইৰ গা আটিল আছিল। আহিন-কাতি মাহত ফৰকাল বতৰত গধূলি লুকা-ভাকু খেলিলে তাইৰ হাতৰ মুঠি গাঁৱৰ এলেপেচা ডেকা ল'ৰাই এৰাই যাব নোৱাৰিছিল। ৰূপতকৈ গুণৰ অধিকাৰী হোৱা বাবে হয়তো গাওঁখনৰ ভিতৰতে প্ৰথম এল, পি স্কুলৰ দেওনা পাৰহৈ গাঁৱৰ পৰা বহু দূৰৈত এম, ই স্কুলত পঢ়ি থকা চেনীৰাম মিলি তাইৰ প্ৰতি আকৰ্ষিত হৈছিল।

তেতিয়াৰ দিনত ঘৰ জোঁৱাই খটাৰ নিয়ম আছিল। বিয়াৰ আগতে ঘৰ জোঁৱাই খাটোতে চাংঘৰৰ চোতালত ঔটেঙা গছৰ কাঠ ফালিবলৈ জোনালীৰ দেউতাকে চেনীৰামক লগাইছিল। শুকালে বৰ টান হৈ পৰা ঔটেঙা গছৰ টুকুৰা স্কুললৈ গৈ তেনে কাম কৰি নোপোৱা চেনীৰামে ফালোতে কুঠাৰ ধৰা হাত দুখনৰ আঙুলিৰ তলুৱাত টৌ ফুৰিছিল। কুঠাৰ মৰাৰ শব্দ ক্ষন্তেক নুশুনিলেই চাংঘৰৰ জুইশালৰ কাষত আপং খাই বহি থকা জোনালীৰ দেউতাকে মিচিং ভাষাত ভাৱী জোঁৱায়েক চেনীৰামক কথা শুনাইছিল।

'ক'তা কাঠ ফলাৰ শব্দ নুশুনা হৈছো! মোৰ জোঁৱাই হ'বলৈ হ'লে স্কুললৈ গ'লেই নহ'ব, খেতি কৰিব, কাঠ ফালি খৰি যোগাৰ কৰিব পাৰিব লাগিব। ফাল, ফাল, ঔটেঙা গছৰ টুকুৰা আমাৰ জোনালীহঁতেই ফালিব পাৰে, ভাৱী জোঁৱাইয়ে নোৱাৰিলে কেনেকুৱা হ'ব।'

ভাৱী শহুৰৰ মাত শুনি টৌ উঠা হাতৰ তলুৱালৈ এবাৰ চাই চাংঘৰটোৰ বাৰান্দাৰ কাষে মাটিত থিয় হৈ থকা জোনালীলৈ অসহায় দৃষ্টিৰে চেনীৰামে চোৱা জোনালীয়ে লক্ষ্য কৰিছিল। চেনীৰামৰ অসহায় অৱস্থা দেখি কাষলৈ গৈ জোনালীয়ে তাৰ হাতৰ পৰা কুঠাৰখন লৈ কৈছিল,

'চাং ঙ তীক্‌বিচ'। চাওঁ, মই ফালি দিওঁ। পঢ়া-শুনা কৰা ল'ৰাই এইবোৰ কাম ক'ত কৰিব পাৰিবি।'

'ফাল যদি ফাল, পিছে তোৰ দেউতাৰে দেখিলে মোক সুদাই নেৰিব।'

'দেউতাই জুইশালৰ কাষত আপং খাই বহি আছে, নেদেখে দে।'

এইবুলি কৈ জোনালীয়ে কুঠাৰেৰে ঔটেঙা গছৰ শুকান কাঠৰ টুকুৰা অনাসায়ে ফলাত লাগিছিল। জোনালীয়ে খৰি ফলাৰ শব্দ শুনি চাংঘৰৰ পৰাই দেউতাকে চিঞৰি কৈছিল,

'চেক্ আঁচীং তীক্‌দুজ্জি ঙ কিনদুং — কোনে খৰি ফালিছে মই কুঠাৰৰ শব্দ শুনিয়েই গম পাইছো। জোনালীয়ে ভাবী গিৰিয়েৰক সহায় কৰাত লাগিল। তহঁত দুটাই বৰ ওচৰ চাপিছ যেন পাইছো দেই। খৰি ফালিব নোৱাৰা ল'ৰালে মোৰ ছোৱালী নিদিম কিন্তু। তেতিয়া তহঁতহালে মজাতো পাবি। খৰি ফালিবলৈ তাক দে অই জোনালী। খৰিখিনি ফালি শেষ কৰিব নোৱাৰিলে তাক আপং, ভাত একো নিদিবি।'

জোনালীৰ দেউতাকে ভাবী জোঁৱাই চেনীৰামক তেনেকৈ কৈয়েই ভাল পাইছিল। ধান চপাবৰ সময়তো তাক সহজে দাঙিব নোৱাৰা ডাঙৰী বান্ধি ধিৰিয়া বেঁকা হৈ যোৱাকৈ, কান্ধৰ ছাল ছিগি যোৱাকৈ পথাৰৰ পৰা ধান কঢ়িয়াবলৈ দিছিল। এনেবোৰ কামেৰে জোনালীৰ দেউতাকে ভাবী জোঁৱায়েকে চেনীৰামৰ শক্তি পৰীক্ষা কৰা বা শাস্তি দিয়াৰ বাবে কৰা নাছিল। জোঁৱাই খাটিলে ভাবী জোঁৱাইক লৈ তেনেকৈ ধেমালি কৰাতো নিয়মেই আছিল। ছজনী ছোৱালীৰ বাপেক হৈ আটাইতকৈ কৰ্মপটু দুই নম্বৰ জীক গাওঁখনৰ ভিতৰতে প্ৰথম এল, পি স্কুল পাছ কৰা চেনীৰামলৈ দিবলৈ পাই জোনালীৰ দেউতাকে গৌৰববোধহে কৰিছিল। সেয়েহে জোনালীৰ বিয়াখন বৰ ডাঙৰকৈ পাতি দিছিল। গাঁৱৰ ডেকা ল'ৰাই সাধাৰণতে ছোৱালী পলুৱাই আনি বিয়া পতাৰ দিনত জোনালীৰ দেউতাকে তাইৰ বিয়াখন ৰাইজে খাই শেষ কৰিব নোৱাৰা আপং আৰু গাহৰি মাংসৰ যোগাৰ কৰি পাতি দিছিল। দৰাঘৰ একেখন গাঁৱৰ হোৱা স্বত্বেও নতুন দৰা-কইনা হিচাপে চেনীৰাম আৰু জোনালীক গৰু গাড়ীত উঠাই ঢোলে-ডগৰে গাঁৱৰ ডেকা-গাভৰু, মুনিহ-তিৰোতাই নাচি-বাগি জোনালীক দৰা ঘৰত থৈ আহিছিল।

চেনীৰাম মিলিৰ লগত বিয়া হোৱাৰ পিছত বছৰবোৰনো কেনেকৈ বাগৰি গ'ল জোনালীয়ে ধৰিবই নোৱাৰিলে। নিজে গম পোৱাৰ আগতে দহোটা সন্তানৰ মাতৃ হৈ গিৰিয়েক চেনীৰামে শ্ৰীমন্ত শংকৰদেৱৰ সংঘত শৰণ লোৱাৰ আগতে বৰ কষ্টৰেই জোনালীয়ে দিনবোৰ পাৰ কৰিব লগাত পৰিছিল। গিৰিয়েক চেনীৰামে শ্ৰীমন্ত শংকৰদেৱৰ সংঘত শৰণ লৈ আপং আদি খাবলৈ এৰাৰে পৰা বৰ সুখত

দিনবোৰ কটাবলৈ আৰম্ভ কৰোতেই গিৰিয়েক বেমাৰত পৰি ঢুকাল। সেয়া দয়াময় কৃষ্ণ প্ৰভুৰে লীলা বুলি ধৰি লৈ আজিৰ নাম প্ৰসংগ ভাগিৰ ব্যৱস্থা জোনালীয়ে কৰিছিল।

'আঁলী ঙলুক আনী গাওঁবৰাবী দুম্‌দুম্ দাঁচা মদুব।' — এইয়া আমাৰ নতুন গাওঁবুঢ়াই ঢোল বজোৱাবলৈ আৰম্ভ কৰোৱাইছে। গাঁৱৰ বিহু দল ক'ৰবালৈ যাব বোলে, সেয়ে ৰিহাৰ্চেল কৰোৱাইছে। এতিয়া এই সময়তনো ঢোল বজাব লাগেনে? আমাক অশান্তি দিবৰ বাবেই এইবোৰ কৰিছে।'

মস্কো লাচনে বিৰক্তিৰ সুৰত কোৱা কথাখিনি শুনি জোনালীয়ে ভাবি থকা কথাখিনিৰ আউল লাগিল।

'সিহঁতে সংঘৰ শৰণ লোৱা নাই যেতিয়া সিহঁতৰ মতেই চলক, আমি আমাৰ মতে চলিছোঁ। এই কথাকে লৈ মিছাতে তৰ্কাতৰ্কি হৈ থাকিব লাগে কেলেই? আমাৰ নতুন গাওঁবুঢ়াৰ বাবেই গাওঁখন দুভাগ হ'লগৈ আৰু!' আকবৰ মৰাঙে হুমুনিয়াহ কাঢ়ি ক'লে।

নতুন গাওঁবুঢ়া বুলি কওঁতে দেওৰেক অৰ্থাৎ গিৰিয়েক চেনীৰাম মিলিৰ ডাঙৰ ভায়েক দিবাকৰ মিলিৰ কথাকে আকবৰ মৰাঙে কৈছে বুলি জোনালীয়ে ভালকৈয়ে গম পালে, বিশেষকৈ গাওঁখন দুভাগ হোৱাৰ কথা শুনি। ডাঙৰ দেওৰেক দিবাকৰে ককায়েক চেনীৰামৰ লগত প্ৰায় প্ৰতিটো গধূলি আপং খাবৰ সময়ত তৰ্কাতৰ্কি কৰা জোনালীয়ে শুনি আহিছে। ককায়েক-ভায়েকে দুটা ৰাজনৈতিক দলত থকা বাবে দীঘলীয়া চাংঘৰৰ বাঁহৰ বেৰৰ ইপাৰে-সিপাৰে থকা নিজৰ জুইশালৰ কাষত বহি আপং খাই দুয়োজনে উত্তেজিতভাৱে তৰ্কাতৰ্কিত লিপ্ত হৈছিল। দেওৰেক দিবাকৰে বৰ উগ্ৰ ভাষাত জেদ ধৰি ডাঙৰ মাতেৰে ককায়েক চেনীৰামৰ লগত তৰ্ক কৰা প্ৰায় প্ৰতি গধূলি শুনিবলৈ পোৱাতো এক স্বাভাৱিক কথাৰ দৰেই হৈ পৰিছিল জোনালীৰ বাবে। গিৰিয়েক চেনীৰাম মিলিয়ে শ্ৰীমন্ত শংকৰদেৱ সংঘত শৰণ লোৱাত তেনে এক সন্ধিয়াত ককায়েকৰ লগত তৰ্কত লিপ্ত হৈ দেওৰেক দিবাকৰে কৈছিল,

'নজু সিপাক ইগেলা, দলুচীমচিন সিপাক বনায়দুন — তহঁত অসমীয়া হৈ গাওঁখনকো অসমীয়া কৰিবলৈ ওলাইছ! আমাৰ মিচিং পূৰ্বপুৰুষৰ ৰীতি-নীতি এৰি অসমীয়া হোৱা তহঁত আমাৰ গাঁৱত থকাটোৱেই উচিত নহয়।'

'আমি শ্ৰীমন্ত শংকৰদেৱ সংঘৰ শৰণ লোৱা মানেই অসমীয়া হৈ যোৱা নুবুজায়। আমি মাত্ৰ কিছুমান কুসংস্কাৰ এৰিছোঁ। এইখন আমাৰ গাওঁ, গাঁৱৰ গাওঁবুঢ়া মই। আমাক এইখন গাঁৱত থকাটোৱেই উচিত নহয় বুলি ক'বলৈ তই কোন?'

সাধাৰণতে গহীন মাতেৰে কথা কোৱা জোনালীৰ গিৰিয়েক চেনীৰামৰ কথা শুনি ডাঙৰকৈ হাঁহি মাৰি দেওৰেক দিবাকৰে কৈছিল,

'তইঁত অসমীয়া নহৈ ক'ত মিচিং হৈ থাকিলিনো? আপং খোৱা এৰি মিচিং পূজা-পাতলবোৰ কৰা এৰিছ। ভালেই হৈছে দে, দৈ-চিৰা, মাহ চাউল খাই কৃষ্ণৰ নাম লৈ অসমীয়া হৈ দেশখন উদ্ধাৰ কৰিবি। খবৰদাৰ, তইঁতৰ অসমীয়া ৰীতি-নীতিবোৰ গাঁৱৰ আন কেইঘৰত জোৰকৈ সুমুৱাই নিদিবি।'

'গাৰ জোৰেৰে শ্ৰীমন্ত শংকৰদেৱৰ সংঘৰ শৰণ ল'বলৈ আমি গাঁৱৰ কাকোৱেই কোৱা নাই। আমাক অসমীয়া বুলিছ, তইঁতে সত্ৰৰ শিষ্য হৈ অসমীয়াই চলোৱা সত্ৰলৈ দান-দক্ষিণা দি নাথাক জানো? সত্ৰৰ ভকত আহিলে নামঘৰত থাকিবলৈ দি আপং আদি খুৱাই বোৱাই অসমীয়াৰ সত্ৰলৈ দান-দক্ষিণা দি নপঠাৱ জানো?'

'কালিলৈকে সত্ৰৰ শিষ্য হৈ থকা মানুহটোৱে বৰ বৰ কথা নক'বি দেই। এতিয়াৰে পৰা শংকৰ সংঘৰ শৰণ লোৱা তইঁত কেইঘৰক গাঁৱৰ নামঘৰলৈ যোৱা বন্ধ কৰা হৈছে। তইঁতে নিজৰ নামঘৰ বনাই ল'বি। গাঁৱৰ বিহু দলেও তইঁতৰ ঘৰত বিহু নামাৰে। তইঁতক গাঁৱৰ পৰা এঘৰীয়া কৰাৰ নিচিনা হৈছে, তই গাঁৱৰ গাওঁবুঢ়াটো হৈ লাজ পাব লাগিছিল।'

'তই যি ভাল দেখ, যি কৰিবলৈ বিচাৰ, কৰি থাক। যি ধৰ্ম বিশ্বাসীয়েই নহওক, গাঁৱৰ গাওঁবুঢ়া হিচাপে মই সকলোকে সমদৃষ্টিৰে চালেই হ'ল। তই এঘৰীয়া কৰাৰ কথা কৈছ, চাই থাকিবি, গাঁৱৰ প্ৰতিঘৰ মানুহে সুবিচাৰ বিচাৰি মোৰ ওচৰলৈ আহেনে নাহে।'

শ্ৰীমন্ত শংকৰদেৱৰ সংঘত শৰণ লোৱাৰে পৰা নম্ৰ-ভদ্ৰ স্বভাৱৰ হৈ পৰা গিৰিয়েক চেনীৰাম মিলিৰ ঘৰলৈ গাঁৱৰ প্ৰতিঘৰ মানুহে অহা-যোৱা কৰা জোনালীয়ে লক্ষ্য কৰিছিল। ডাঙৰ ভায়েকৰ লগত প্ৰতি গধূলি অহেতুক তৰ্কত লিপ্ত হোৱাৰ পৰা বিৰত থাকিবৰ বাবে নিজৰ জুইশালটো চাংঘৰৰ আনটো মূৰত চেনীৰামে বনাই লৈছিল। তেতিয়াৰে পৰা আগতে প্ৰতি গধূলি হোৱা কলহপূৰ্ণীয়া পৰিবেশৰ পৰা জোনালীয়ে পৰিত্ৰাণ পোৱা যেন লাগিছিল। অসমীয়া হওকেইবা নহওক, শ্ৰীমন্ত শংকৰদেৱৰ সংঘত শৰণ লোৱাৰে পৰা পুৰুষ সমাজৰ লগত নামঘৰত একেলগে বহি পৰিষ্কাৰ সাজ-পোছাকেৰে অসমীয়াত কীৰ্ত্তন-নামঘোষাৰ পদ গাবলৈ পাই জোনালীয়ে একপ্ৰকাৰ এক নতুন জীৱন অনুভৱ কৰা যেন লাগিছিল। অসমীয়া ভাষা ক'ব নজনা মানুহজনীয়ে ভঙাকৈ হ'লেও অসমীয়া ক'ব জনা, শিক্ষিত আই-প্ৰভুসকলৰ উৎসাহত নিজৰ নামটো অসমীয়াত লাহে লাহে হ'লেও লিখিব পৰা হোৱাত নিজকে গাভৰু কালৰ সকলো কামতে পাকৈত জোনালীজনীয়েই যেন পুনৰ জনম লৈছে তেনে ভাব হৈছিল তাইৰ।

দয়াময় কৃষ্ণ প্ৰভুৰ ইচ্ছাত গিৰিয়েক চেনীৰাম মিলি স্বৰ্গগামী হোৱাৰ লগে লগে ডাঙৰ ভায়েক দিবাকৰে নিজে নিজে গাঁৱৰ গাওঁবুঢ়া বুলি পৰিচয় দি গাঁৱৰ

মানুহক তাৰ মদগৰ্বিতা মতেই চলিবলগীয়া কৰাতো লক্ষ্য কৰি জোনালীৰ দেওৰেকৰ প্ৰতি বিশেষ ভাল ভাব নাছিল। নতুন গাওঁবুঢ়াই নাম প্ৰসংগত ব্যাঘাত জন্মাবৰ বাবে গাঁৱৰ ডেকা ল'ৰাক ঢোল বজাবলৈ আৰম্ভ কৰাইছে বুলি প্ৰভু মস্কো লাচন আৰু আকবৰ মৰাঙৰ ডাঙৰ দেওৰেক দিবাকৰক লৈ কোৱা কথাত জোনালীয়ে বিশেষ গুৰুত্ব দিবলৈ নিবিচাৰিলে। নিজৰ অতীতৰ কথা ভৱাতেই তাই মগ্ন হৈ থাকিল। .

'অসাৰ অসাৰ বিশাল সংসাৰ
ধন-জন পুত্ৰ-ভাৰ্যা যাবনে লগত মন
মৰণ কালত।'

পদ ফাঁকি ক'ৰ, কি কথা জোনালীয়ে নাজানে। চাহ বা জলপান খাই থাকোতে ধেমালিকৈ গালেও বৰ করুণ সুৰত গোৱা যেন লগা পদ ফাঁকি চাহ খাই থাকোতে প্ৰভু মদন ৰেগনে গোৱাত জোনালীৰ দুচকুৰেদি তাইৰ অজ্ঞাতেই চকুপানী বাগৰি পৰিল। নিশ্চুপ হৈ বহি থাকি ৰিহাৰ আঁচলেৰে চকুলো মচি লৈ 'দয়াময় কৃষ্ণ মহা প্ৰভু, ঘৰখনৰ জীয়াই থকাখিনিক কুশলে ৰাখিবা' বুলি মুখৰ ভিতৰতে কৈ জোনালীয়ে নামঘৰৰ থাপনালৈ বুলি সেৱা এটা জনালে।

শব্দ অৰ্থ ঃ কিৰপাময় কিচ্‌ন — কৃপাময় কৃষ্ণ।

# তুৰ্‌লা দুংকই কামাবং

পুবা শুই উঠি চাংঘৰৰ তুংগীগুলৈ ওলাই আহি পাঁচ ফুট ওখ চাংঘৰটোৰ খুঁটা তিনিফুটমান পানীত ডুব যোৱা দেখিয়েই বৰ লুইতৰ বাঢ়নি পানীয়ে পূবৰ পিনে ক'ৰবাত মথাউৰি ভাঙিছে বুলি গংগাৰাম টাইদৰ সন্দেহ উপজিছিল। প্ৰায় এমাহ ধৰি মুৰ্কং চাপৰিত এৰা-ধৰাকৈ ধাৰাষাৰ বৰষুণ দি আছিল যদিও চাংঘৰটোৰ তিনিফুট ডুব যোৱাকৈ পানী হোৱাৰ আশংকা গংগাৰাম টাইদে কৰা নাছিল। পুবা-পশ্চিমাকৈ থকা মুৰ্কং চাপৰি মথাউৰিটোত উত্তৰ দিশৰ পৰা অহা গড়কাপ্তানি ৰাস্তাটো লগ লাগি য'ত ত্ৰিভূজ আকাৰ লৈছে, তাতে গংগাৰাম টাইদ আৰু পাঁচঘৰমান মিতিৰ-কুটুমে লগ লাগি চাংঘৰ সাজি দুটামান দশক শান্তিৰেই পাৰ কৰিছিল। বানপানী আৰু গৰাখহনীয়াৰ প্ৰকোপত পৰি পঞ্চাশ চনৰ বৰভূঁইকপৰ দিনৰে পৰা অঘৰীৰ দৰে এঠাইৰ পৰা আন ঠাইত স্থায়ী সংস্থাপনৰ আশাত ঘূৰি ফুৰি অৱশেষত মুৰ্কং চাপৰিৰ মথাউৰি আৰু গড়কাপ্তানি ৰাস্তাটো মিলি ত্ৰিভূজ আকাৰ লোৱা কোণটোত শান্তিৰে বসবাস কৰিবলৈ পাইছোঁ বুলি ভাবি থাকোতেই ৰাতিটোৰ ভিতৰত চাংঘৰৰ খুঁটা তিনিফুট ডুব যোৱাত গংগাৰাম টাইদ ভয়-শংকাত কঁপি উঠিছিল। ওৰে ৰাতি ধাৰাসাৰ বৰষুণ দি থকা বাবে আৰু চাংঘৰৰ ইকৰাৰ বেৰৰ ফাঁকেদি মথাউৰিৰ সিপাৰে নাতিদূৰত থকা বৰলুইতৰ ফালৰ ৰিৰ্ ৰিৰ্কৈ বলা ঠাণ্ডা বতাহত ঘৰৰ মানুহখিনিৰ লগতে গংগাৰাম টাইদেও ঘোৰ টোপনিত আছিল বাবে চাংঘৰটোৰ তলত যে তিনিফুট পানী হ'লহি এই কথা গমেই পোৱা নাছিল। কাষৰ কেইঘৰেও চাংঘৰৰ তলত পানী সোমাইছে বুলি গংগাৰাম টাইদক সাৱধান কৰি দিয়া নাছিল। চাংঘৰৰ তলত ৰাতি অৱশ্যে গাহৰি কেইটাই দৌৰা-দৌৰী কৰাৰ শব্দ গংগাৰাম টাইদে শুনা যেন লাগিছিল। দুৱাৰৰ কাষত শোৱা ছাগলীজনী আৰু কুকুৰটোৱেও অস্বাভাৱিক কিছু শব্দ কৰিছিল। বৰষুণৰ বাবে ঠাণ্ডা পাই তেনে কৰিছে বুলি ভাবি গংগাৰাম টাইদে নিশ্চিন্ত মনে শুই আছিল।

পুবাতেই চাংঘৰৰ খুঁটা তিনিফুট ডুব যোৱা দেখি আবেলিলৈকে চাংঘৰটো পানীত বুৰ যোৱাৰ আশংকা কৰি তুংগীগুৰ কঃবাঙেদি খৰখৰকৈ নামি পশ্চিম দিশত থকা গড়কাপ্তানি পথটোৰ দাঁতিত শিমলু জোপাৰ কাষত অব্যৱহৃত হৈ পৰি থকা টুলুঙা নাওখন এঁকৈকাল পানীত গৈ গংগাৰাম টাইদে আনিলে। নাওখন আনি

চাংঘৰটোৰ তুংগীঙৰ কাষ পায়েই গংগাৰাম টাইদে ঘৰৰ ভিতৰলৈ চাই ভয়াৰ্ত্ত সুৰত চিঞৰিলে,

'চিঃকাবং, চিঃকাবং, আচ্চী তন্চাদুং। নলু দাৰাব্‌লা তুংগীংচপ্ গীলেন্‌গৰত'। মৰিলো, মৰিলো, পানী বাঢ়িব লাগিছে। তহঁত শুই উঠি বাৰান্দালৈ সোনকালে ওলাই আহ।'

গংগাৰাম টাইদৰ ভয়াৰ্ত্ত সুৰৰ চিঞৰ শুনি ঘৈণীয়েক ঐছেং আৰু পাচোঁটা সন্তান চাংঘৰৰ তুংগীঙলৈ দৌৰ মাৰি ওলাই আহিল। চাংঘৰৰ তুংগীঙলৈ চকু মোহাৰি ওলাই আহি চাংঘৰৰ তলত একঁকাল পানীত নাওখন ঠেলি খুঁটা এটাত বান্ধিবলৈ চেষ্টা কৰা গংগাৰাম টাইদক দেখি ঘৈণীয়েক ঐছেং তুংগীঙতে বহি পৰিল। ভয়াতুৰ চাৱনিৰে গিৰিয়েকলৈ চাই ঐছেঙে কন্দনামুৰা সুৰত সুধিলে,

'কাপিকান্? অকলক্ আচ্চীন্? ইচৰ, ইচৰ, চুপাক্ কাপিয়ীন্? — কি হ'ল, এইয়া ক'ৰ পানী? হে ঈশ্বৰ, এতিয়া কি কৰা যায়।'

'আচি উঃয়ু তীঃচাদুং। লম্‌ত'— জলদেৱতা বাঢ়িব লাগিছে। সোনকাল কৰ। ঘৰৰ বস্তুবোৰ উলিয়াই দে। এতিয়াৰে পৰাই মথাউৰিলৈ বয়-বস্তু নিয়া আৰম্ভ নকৰিলে যিকোনো সময়ত আমাৰ চাংঘৰ ডুব যাব পাৰে।'

কথাখিনি কৈ টুলুঙা নাওখন চাংঘৰৰ তুংগীঙৰ খুঁটাত বান্ধি নাওখনৰ পৰাই চাংঘৰলৈ জাপ মাৰি উঠি নিজৰ ঘৰৰ উত্তৰ-পূবৰ পিনে থকা চাংঘৰটোলৈ চাই চিঞৰি গংগাৰাম টাইদে পুনৰ ক'লে,

'অই য়িগ', নলু দাৰাপ্ মাঃদানে? কীদাং আঁৰাঙীলী দাৰাপ্ দুবনে দাৰাপ্‌মাঃদান্? আচ্চী তীঃচাদুং, মতাউৰি অল'পী আতীৰীম্ গিঃচাং গৰত। চীৰী পীঃদং আচিমাং দেই। আঃলী আচ্চী, তালীতী অকলাই মতাউৰি বিত্‌পেন দুঃপ'। — অই খুলশালি, তহঁত শুই উঠাই নাই নেকি? বিয়ে ঘৰে শুই উঠিলেনে নাই? পানী বাঢ়িব লাগিছে, মথাউৰিলৈ ঘৰৰ বস্তু-বাহানি সোনকালে লৈ ব'ল। এইটো বৰষুণৰ পানী নহয় দেই, বৰ লুইতৰ পানী। পূবৰ ফালে ক'ৰবাত মথাউৰি চিগিছে যেন পাইছো।'

'চাং, চাং, নলু গীয়েৰত' —চাওঁ, চাওঁ, তহঁত আঁতৰচোন' বুলি কৈ তংগীঙৰ পৰা খৰখেদাকৈ চাংঘৰৰ ভিতৰলৈ গৈ ততাতৈয়াকৈ আপং দুকলহ দুহাতত লৈ গংগাৰাম টাইদ বাহিৰলৈ ওলাই আহিল। তুংগীঙত সন্তান কেইটাৰ সৈতে আতংকগ্ৰস্ত হৈ বহি থকা ঘৈণীয়েক ঐছেং থিয় হোৱাৰ আগতে আপং দুকলহ দুহাতত লৈ দৌৰাদোৰীকৈ ওলাই অহা গিৰিয়েক গংগাৰামক দেখি তাই খং-অভিমানমিশ্ৰিত সুৰত ক'লে,

'জনিন', আগং কিঃলিং কীঃদীদীম্ পইলাপী মীংপাকান্। পেৰা, গাচৰ গাদু, আৰাম বাতি কীঃদীদীম্ জংলেন্‌পীপী লাগিদাম্লায়।' — জহনীত যোৱা, আপং

কলহ কেইটাহে প্ৰথমে মনত পৰিল! পেৰাটো, কাপোৰ-কানি, বাচন-বৰ্তনবোৰহে প্ৰথমে উলিয়াব লাগিছিল।'

'অই, এইবোৰ কথা বলকি বহি নাথাকিবি। তোৰ দৰকাৰী বুলি ভবা বস্তুবোৰ সোনকালে উলিয়াই আন, যা। মোৰ দৰকাৰী বস্তু আগতেই উলিয়াই লৈছোঁ। পানী যেনেকৈহে বাঢ়িব লাগিছে, মথাউৰিৰ ওপৰত থাকিবলগীয়া হ'লে আপং নহ'লে মই কেনেকৈ চলিম!'

'নলু মিলবং জাত, আঅীক্ আগম্ মম্মী-মীঃদাক্ তইত মতাৰ জাত, অকল নিজৰ কথাহে ভাৱ' বুলি খঙতে ভোৰভোৰাই গংগাৰাম টাইদৰ ঘৈণীয়েক ঐছেং চাংঘৰৰ ভিতৰলৈ সোমাই গ'ল।

ঘৈণীয়েক ঐছেঙৰ কথা নুশুনা ভাও জুৰি খুউব সাৱধানে আপং দুকলহ নাৰ্তত তুলি তুংগীঙত বহি থকা ল'ৰা-ছোৱালী কেইটাকো লগত লৈ গংগাৰাম টাইদে মথাউৰিলৈ নাওখন টানি লৈ গ'ল। ভয়ত পেঁপুৱা লগা ল'ৰা-ছোৱালী কেইটাক ভয় নাখাবলৈ বুজনি দি, আপং দুকলহ সাৱধানে থৈ মথাউৰিৰ কাষৰ লাউ চাঙৰ বাঁহৰ খুঁটা এটা টান মাৰি উঠাই লৈ টুলুঙা নাওখনৰ বঠা হিচাপে ব্যৱহাৰ কৰি গংগাৰাম টাইদ পুনৰ চাংঘৰলৈ ঘূৰি আহিল।

পূবা-পশ্চিমাকৈ থকা মুৰ্কং চাপৰি মথাউৰিত উত্তৰ দিশৰ পৰা আহি লগ লগা গড়কাপ্তানি পথটোৱে সৃষ্টি কৰা ত্ৰিভূজ আকাৰৰ কোণটোত বহা গংগাৰাম টাইদৰ লগতে বাকী কেইঘৰ মানুহ দুপৰীয়ালৈকে ঘৰৰ বস্তু-বাহানি আনি পা-পৰিয়ালে মথাউৰিত আশ্ৰয় ল'লেহি। দুপৰীয়ালৈ পানী বাঢ়ি চাংঘৰ ডুবা দেখি গংগাৰাম টাইদৰ ওচৰলৈ বাকী কেইঘৰৰ মতা মানুহ খিনি আহি দুঃচিন্তাত আপং এবাটিমানকৈ খাই আলোচনাত বহিল। পানীত ডুব যাব ধৰা নিজৰ চাংঘৰটোলৈ চাই দুঃখ মনেৰে গংগাৰাম টাইদে ক'লে,

'আচি উঃয়ু আহি এইবাৰ বহু বছৰৰ মূৰত হ'লেও আমাক অথৰী কৰিহে এৰিলে।'

'এৰা পানী যেনেকৈহে বাঢ়িব লাগিছে, আবেলিলৈ আমাৰ ঘৰবোৰৰ মুধচ ডুব যাব যেন লাগিছে।'

কীদান্ বুলি মাতা আউনা কমানৰ কথা শুনি গংগাৰাম টাইদে ক'লে,

'আমাৰ এইডোখৰ মাটি এনেও মথাউৰিৰ বহুত তলত। সেই চৰকাৰী ৰাষ্টাটোৰ ওপৰেদি পানী বাগৰিলেই আমাৰ চাংঘৰৰ মুধচ পানীত ডুব যাব দেখোন! আক পানী শুকালেও এই তিনিকোণটো বিলহে হ'বগৈ যেন পাইছোঁ।'

'বিল হ'লে ভালেই হ'ব দে। মাছ মৰাত সুবিধা এটা হ'ব। এইছেন পানীত ডাঙৰ মাছ আহিব লাগেচোন!'

মাইচন্দ্ৰ মেদক বোলা জনৰ কথা শুনি গংগাৰাম টাইদে ক'লে, 'তই এইহেন বিপদতো মাছৰ কথাই ভবা হ'লি। এই মাটি ডোখৰ বিল হ'ব লাগিলে আমি ক'লৈ যাম ভাবি চাইছনে নাই?'

'ইয়াতে ক'ৰবাত নতুন চাপৰি নোলাব জানো, তালৈকে যাম আৰু।'

'চাপৰি বুলিবলৈ আৰু কিবা বাকী থাকিলগৈনে? মুৰ্কং চাপৰি এতিয়া আৰু নামতহে আছেগৈ। আধাৰো বেছি আচি উঃয়ুৰে খহাই নিলেই, যিকণ থাকিলগৈ তাকো বালিয়ে পুতি পেলালে। এনেকৈ আৰু কিমানদিন জীয়াই থাকিবি?'

'এৰা, সৰু কালৰ কথাবোৰ মনত পৰিলে বেয়াই লাগে অ'। ধান, মাহ, সৰিয়হ, আলু, ৰঙালাউ, কিয়েইযে হোৱা নাছিল! মাছ, গাখীৰো উভৈনদী আছিল বাবে আমাৰ চাপৰিটো মুৰ্কং চাপৰি, মানে ধনে-ধানে চহকী বুলিছিল হ'বলা।'

আউনা কমানৰ কথা শুনি মাইচন্দ্ৰ মেদকে হাঁহি মাৰি ক'লে, 'অ' তই হ'বলা এই বুঢ়া বয়সতহে মুৰ্কং চাপৰিৰ অৰ্থ বুজি পোৱা হ'লিগৈ। সেই ৰামো নাই, সেই অযোধ্যাও আৰু নাই বুজিছ। বালিয়ে পুতি পেলোৱা খেতি পথাৰত চুকে-কোণে খেতি কৰি কোনোমতে দুবেলা-দুমুঠি যে খাই আছো, এয়াই বহুত বুলি ভাবি ল। এইবাৰযে কোনোৰকম কেইবছৰমান শান্তিত থকা চাংঘৰ কেইটাও মুহূৰ্ত্তৰ ভিতৰতে পানীয়ে ডুবাই পেলালে দেখিছই নহয়? আমি আগৰ জনমত ক'ৰবাত পাপ কৰি আহিছিলো যেন পাওঁ!'

'আমি চিলাপথাৰ, জোনাইৰ ফালেই ক'ৰবালৈ গুচি যাওঁগৈ ব'ল। এই মুৰ্কং চাপৰিত আৰু থাকিব নোৱাৰি।'

'তহঁত দুটাই অলাগতিয়াল কথা পাতি সময় নষ্ট কৰাত লাগিলি। সেই পানীৰ তলৰ আমাৰ ঘৰ কেইটালৈ চা, পানী বাঢ়িয়েই আছে। ইমান সোনকালে যে পানী কমিব তাৰ আশা নাই। তহঁতে যি যেনেকৈ পাৰ মথাউৰিৰ ওপৰতে ছালি-তালি বনাই লগৈ যা। মই এতিয়াৰ পৰাই কাম আৰম্ভ কৰোঁ বুলি ভাবিছোঁ, ৰাতি হ'লে দিগদাৰ হ'ব।'

গংগাৰাম টাইদৰ কথা শুনি মাইচন্দ্ৰ মেদক আৰু আউনা কমানে আপং বাটিৰ শেষ আপংখিনি খাই হুমুনিয়াহ কাঢ়ি বহাৰ পৰা উঠিল। সিহঁত দুজন গুচি যোৱাত নিজেও দীঘল হুমুনিয়াহ এটা কাঢ়ি ইতিমধ্যে চাং ডুব যোৱা নিজৰ, ঘৰটোলৈ গংগাৰাম টাইদে দুঃখমনেৰে চাই বহি থাকিল। আৰু দুমাহ-তিনিমাহ মান চলিব পৰাকৈ ধান থকা সৰু ধানৰ ভঁৰালটো মথাউৰিটোৰ সমান ওখকৈ সজা বাবে পানীত ডুব নাযাব বুলিয়েই গংগাৰাম টাইদে আশা কৰিলে। ধানৰ ভৰালটো ডুব যোৱা মানে মথাউৰিও ডুব যোৱা। তেনে হ'ব লাগিলে এই ভৰ বাৰিষা টুলুঙা নাও এখনেৰে পৰিয়ালটোক ক'ত থব,. কি খুৱাব বুলি ভাবি গংগাৰাম টাইদে ভীষণ ভয়

খালে। মথাউৰি নুডুবিলে ভঁৰালটো যদি নুডুবেই তেন্তে ভঁৰালতে আশ্ৰয় ল'বওতো পাৰি বুলি ভাবি তেনে ভাব অনা পাপ বুলি ক্ষন্তেকতে এই ভাব গংগাৰাম টাইদে পৰিহাৰ কৰিলে। হাজাৰ হ'লেও ভঁৰাল ঘৰটো লক্ষ্মী আই থকা ঘৰ, তাত আশ্ৰয় লৈ ল'ৰা-ছোৱালীকেইটাই চাঙৰ ওপৰৰ পৰাই পাইখানা-পেচাব কৰিব লাগিলে আই লক্ষ্মী বিতুষ্ট হ'লে গোটেই ঘৰখনেই লঘোণে মৰিব লাগিব। আচি উঃয়ু বিতুষ্ট হৈছেই, আই লক্ষ্মীকো বিতুষ্ট আৰু কৰিব নোৱাৰি বুলি ভাবি গংগাৰাম টাইদে ভঁৰাল ঘৰত আশ্ৰয় লোৱাৰ ধাৰণাটো নিমিষতে পাহৰিবলৈ চেষ্টা কৰিলে।

মথাউৰিৰ সমান ওখকৈ সজা ধানৰ ভঁৰাল ঘৰটো আৰু অতি মৰমৰ চাংঘৰটোৰ মাজত থকা একঠামান মাটিৰ খেতিভৰা পানীত ডুব যোৱা দেখি গংগাৰাম টাইদৰ চকুপানী ওলাওঁ ওলাওঁ যেন লাগিল। পাহৰিয়ে সোমাৰ নোৱাৰাকৈ, এনেকি কুকুৰাও সহজে উৰি সোমাব নোৱাৰাকৈ দীঘল ইকবাৰে খেতি ভৰা গংগাৰাম টাইদে বেৰা দিছিল। ইকবাৰ ডাঠ জেওৰাৰ কাষত থকা অমিতা দুজোপাৰ পৰা অমিতা পাৰি পিছৰ সন্তান দুটা জন্ম দিওঁতে গংগাৰাম টাইদে ঘৈণীয়েকক গুটি জালুক দি মুৰ্গী পোৱালীৰ লগত তৰকাৰী বনাই খুৱাইছিল। বাড়ি অহা পানীৰ লক্ষণলৈ চাই অমিতা দুজোপাযে নাবাচে এই কথা জানি গংগাৰাম টাইদৰ দুঃখ লাগিল। জেং জাবৰ দি বগাবলৈ দিয়া স্বাস্থ্যবান বঙালাউ জোপাতো বঙা লাউ কলিয়াবলৈ লৈছিলহে। জলকীয়া, বেঙেনা কেইজোপাতো খাব পৰাকৈ লাগিবলৈ আৰম্ভ কৰিছিল। আদা আৰু হালধি কেইজোপামানো লহপহকৈ বাঢ়িছিল। বাৰিৰাটো পাৰ হ'লেই বঙালাউ জোপাৰ ঠাইত জাতি লাউ কই, বাৰীৰ মাজৰ ঠাইখিনিত নহৰু কই, লাই শাক, লফা শাকৰ গুটি অলপো ছটিয়াম বুলি গংগাৰাম টাইদে কেঁচা গোবৰ পেলাবলৈ আৰম্ভ কৰিছিল। হঠাৎ ৰাতিটোৰ ভিতৰত অহা পানীয়ে চাংঘৰটোৰ লগতে বাৰীখনো ডুবাই পেলোৱাত গংগাৰাম টাইদৰ ৰাওৰাওকৈ কান্দি দিবৰ মন গ'ল।

'আপং খাই লৈ এনেকৈ বহি থাকিলে হ'বনে? ছালি এখনতো বনাব লাগিছিল। ৰাতিলৈ বৰষুণ আহিলে এই সোপাক লৈ ইয়াত কেনেকৈ থাকিম?'

ঘৈণীয়েক ঐছেঙৰ কথা শুনি ভাবি থকা কথাবোৰ এৰি গংগাৰাম টাইদে বহাৰ পৰা খপহকৈ উঠি ক'লে,

'এৰা কথাটো মিছা নহয়। ঘৰৰ ছালেই খুলি আনি ইয়াত ছালি এখন এতিয়াই বনোৱা আৰম্ভ কৰিছো দে। তই যেনেকৈ পাৰ দুপৰীয়াৰ ভাত-পানী বনোৱা আৰম্ভ কৰি দে। ঘৰত একো বস্তু এৰি অহা নাইতো?'

'বস্তুনো আছে কিমান? গোটেই বোৰেই আহিছে যেন পাওঁ। ভাত বনাবলৈ লাগিব বুলি জানিয়েই খৰি কেইডোখৰো উঠাই আনিছোঁ। ছালি বনাই হ'লে খৰিও অলপ যোগাৰ কৰি থব লাগিব।'

'হ'ব দে। মই এতিয়াই সকলো কৰি পেলাম।'

মথাউৰিটোৰ সমান ওখকৈ সজা সৰু ধানৰ ভঁৰালটোৰ পিছফালৰ গাধৈত বান্ধি ৰখা খেৰখিনি টুলুঙা নাৱঁৰে কেইবাবাৰো অহা-যোৱা কৰি মথাউৰিটোৰ ওপৰত বেলি পৰাৰ আগতে কোনোৰকম বৰষুণ দিলে গা বচাব পৰাকৈ বাঁহ-খেৰৰ ছালি এখন গংগাৰাম টাইদে সাজি উলিয়ালে। চাং ডুব যোৱা পানীত টুলুঙা নাওখনেৰে ঘৰৰ মুধচৰ খেৰ নমাবলৈ চেষ্টা কৰিও অকলশৰে কৰিব নোৱাৰাত নতুন খেৰকে ব্যৱহাৰ কৰিবলগীয়া হ'ল। চুবুৰীয়া কেইঘৰেও মথাউৰিৰ ওপৰত খেৰৰ ছালি বনোৱাত ব্যস্ত হৈ পৰা বাবে অকলশৰীয়াকৈ প্ৰত্যেকেই কাম কৰিবলগীয়া হ'ল। তেনে কাম সৰু যেন হ'লেও গংগাৰাম টাইদহঁতে ইটোৱে-সিটোক সহায় কৰি এবাটিমান আপং একেলগে বহি খাবলৈ পালে ভাল পায়। অলপ ডাঙৰ ঘৰ বনাবলগীয়া হ'লেতো ৰাঁগব' মাতি চুবুৰীয়া মিতিৰ-কুটুমৰ সহায় লোৱাতো গংগাৰাম টাইদহঁতৰ নিয়ম। তেনে ৰাঁগবত আহিবলৈ পালে মুৰ্গী মাংসৰ আঞ্জাৰ লগত ভালকৈ আপং খাবলৈ পোৱাৰ আশাত গংগাৰাম টাইদৰ এলেহুৱা কাঁদান্ আউনা কমান হঠাৎ কৰ্মপটু হৈ উঠে। আপঙৰ নিচাত মাইচন্দ্ৰ মেদকে যুক্তি লগাই কথা ক'ব পৰা হৈ উঠে।

আপং কেইকলহমান থাকোতেই সিহঁতক মাতি সৰুকৈ হ'লেও চাংঘৰ এটা সাজিব লাগিব বুলি ভাবি গংগাৰাম টাইদে পিছদিনাখনৰ পৰা গড়কাপ্তানি ৰাষ্টাটো মথাউৰিত লগ লগা কোণত থকা ভলুকা বাঁহজোপাৰ পৰা পূৰঠ ভলুকা বাঁহ কেইটামান কাটিলে। দুঃখে-বেজাৰে মথাউৰিৰ ওপৰত আশ্ৰয় লৈ থকা মাইচন্দ্ৰ মেদক, আউনা কমানহঁতক ৰাঁগ্‌বলৈ মাতি মথাউৰিৰ কাষত সৰুকৈ এটা চাংঘৰ গংগাৰাম টাইদে এসপ্তাহমানৰ ভিতৰত সাজি উলিয়ালে। ছাললৈকে পানীত ডুব গৈ থকা চাংঘৰৰ পুৰণি খেৰ টুলুঙা নাৱঁৰে আনি মথাউৰিৰ পাৰত মথাউৰিটোৰ সমান্তৰালকৈ সজা সৰু চাংঘৰটোত লগালে। একেধৰণৰ চাংঘৰ মাইচন্দ্ৰ মেদক আৰু আউনা কমানহঁতেও সাজিলে। সৰু হ'লেও পানীত ডুব যোৱা চাংঘৰৰ সকলো ব্যৱস্থাই গংগাৰাম টাইদে কৰি ল'লে। সৰুকৈ হ'লেও এটা মাঁলুং, মাঁলুঙৰ ওপৰত তিনি তৰপীয়া বাঁহৰ পাঁৰাপ্, ৰাবুং, কুম্বাং লগাব নোৱাৰিলেও অন্ততঃ পাঁৰাপ্ এটা লগালে জুইৰ উত্তাপত তিতা আপঙৰ কলহ, খৰি, ধান আদি শুকুৱাব পৰাকৈ। চাংঘৰটোত সোমাব পৰা হোৱা দিনাখন বানত পৰা স্বত্বেও মাইচন্দ্ৰ মেদক, তাৰ ঘৈণীয়েক ধনপ্ৰভা, আউনা কমান আৰু তাৰ ঘৈণীয়েক তুলাদৈহঁতক মাতি মুৰ্গী মাৰি ভলুকা জোপাৰ কাষত থকা ডিমৰু গছ জোপাৰ কুমলীয়া পাতেৰে মুৰ্গী মংস ৰান্ধি গংগাৰাম টাইদে ভালকৈয়ে আপং খালে। আপং খাওঁতে এনে লাগিছিল যেন মানুহ কেইঘৰক বানপানীয়ে একোৱেই অনিষ্ট কৰিব পৰা নাই!

মথাউৰিৰ পাৰত একোঠালিৰ নতুন চাংঘৰত কেইদিন থাকোতে জিলা প্ৰশাসনৰ ফালৰ পৰা নাৰীঁৰে ঘৰৰ কামলৈকে আহি ৰিলিফৰ নামত অলপ চাউল, চিৰা, দাইল আদি গংগাৰাম টাইদহঁতক দি গৈছিল। চিৰা, দাইল আদি খোৱাৰ অভ্যাস নথকাত গংগাৰাম টাইদৰ ঘৰত এইখিনি এনেই পৰি ৰোৱাৰ দৰে হ'ল। ৰিলিফৰ নামত দিয়া চাউলৰ ভাত এসাজ খাই ঘৰখনৰ কোনেও তেনে চাউলৰ ভাত খাব নোৱাৰা হ'ল। কিঃ পাৰত খুন্দি উলিয়াই ৰন্ধা ৰঙচুৰা বাওধানৰ চাউলৰ ভাতৰ সোৱাদ নাপালে গংগাৰাম টাইদৰ ঘৰখনৰ কাৰোৱেই মুখলৈ ভাত নোযোৱাত ৰিলিফৰ চাউলখিনি ঘৈণীয়েক ঐছেঙে আপঙকে বনাই পেলালে। পঃৰ আপং বনোৱাৰ সুবিধা নথকাত নগিন্ আপং বনাওঁতে ৰিলিফৰ চাউলেৰে বনোৱা আপংখিনি গৰম আৰু সেমেকা বতৰত টেঙা হৈ থাকিল। পঃৰ আপং খোৱাৰ অভ্যাস থকা গংগাৰাম টাইদে টেঙা নগিন আপং খাব নোৱাৰি পানী বঢ়া দিনাৰে পৰা মথাউৰিৰ কাষৰ ভলুকা জোপাৰ তলত আশ্ৰয় লোৱা গাহৰি কেইটাকে ঘৈণীয়েক ঐছেঙে খাবলৈ দিলে। টেঙা আপঙৰ চাউল খাই গাহৰি কেইটাৰ নিচা লাগি দুদিনমান ভলুকা জোপাৰ তলত ভাগৰকৈয়ে শুলে। সেই দুদিন খাদ্য বিচাৰি মথাউৰিৰ সমান্তৰাল কৈ সজা গংগাৰাম টাইদৰ একোঠালিৰ চাংঘৰটো ভাঙো ভাঙোকৈ গাহৰি কেইটাই আমনি কৰা নাছিল।

কেতিয়াবা বানপানীৰ কবলত পৰিবলগীয়া হ'ব পাৰে বুলিয়েই গংগাৰাম টাইদে সৰু হ'লেও ধানৰ ভঁৰাল ঘৰটো মথাউৰিৰ সমান উচ্চতাত সাজিছিল। কিন্তু চাংঘৰৰ মুধচ ডুবি যোৱাকৈ বানপানী আহিব পাৰে বুলি গংগাৰামে কেতিয়াও ভবা নাছিল। মথাউৰিত আশ্ৰয় লৈ চাৰিওফালৰ পানী দেখি টুলুঙা নাও এখনৰ ওপৰত আশ্ৰয় লৈ থকা যেনহে গংগাৰাম টাইদৰ লাগিছিল। মথাউৰিৰ উচ্চতাৰ সমানকৈ থকা সৰু ধানৰ ভঁৰালটোৰ পৰা টুলুঙা নাৱঁৰে ধান আনি মীৰামৰ পীৰাপত কোনোৰকম শুকুৱাই বৰ কষ্টত ঘৈণীয়েক ঐছেঙে কিঃপাৰত খুন্দি চাউল উলিয়াই ভাত ৰান্ধি দুবেলা-দুমুঠি মথাউৰিৰ পাৰত পোৱা বনৰীয়া কচু, অমেপাত আদিৰ লগত খুৱাই থকা গংগাৰাম টাইদে লক্ষ্য কৰিছিল। ৰাতিটোৰ ভিতৰত পানী আহি পাঁচফুট ওখ চাংঘৰ পানীৰ তলত গৈ দিনটোৰ ভিতৰত ঘৰৰ মুধচ ডুবাৰ দিনাখনৰ পৰা এমাহ যোৱাৰ পিছত আউনা কমানে পুৱাবেলা আহি তাৰ পৰিয়ালটোৰ বাবে এসাজ ভাতৰ চাউল বা ধান খোজোতেহে গংগাৰাম টাইদে গম পাইছিল যে, মথাউৰিটোৰ সমান উচ্চতাত সজা সৰু ধানৰ ভঁৰালটোত দুদিনমান চলিব পৰাকৈহে ধান আছেগৈ। চাংঘৰৰ মুধচ ডুবা দিনাৰে পৰা এমাহ পাৰ হোৱা স্বত্বেও মুৰ্কং চাপৰি মথাউৰি আৰু গড়কাপ্তানি ৰাস্তাটোৱে সৃষ্টি কৰা কোণটোত পানী কমাৰ কোনো লক্ষণ নেদেখি চিন্তিত হৈ ধানৰ ভঁৰালটোৰ পৰা

ধান অলপ আনোগৈ বুলি পুৱাবেলা টুলুঙা নাওখন লৈ ওলাব খোজোতে আউনা কমানে অপৰাধী ভাৱত দুখমনেৰে গংগাৰাম টাইদক ক'লে,

'কীদান্, মীয়ুম্ আঁৰাঙাঁলী দঃমাপাঁই য়িপ্‌কাং। আম্-আমবীন্ দুঃমল' আজ্জাক্ বিচুইপিন্— বিয়ৈ, যোৱাৰাতি ঘৰখনে নোখোৱাকৈয়ে শুলে। ধান-চাউল আছে যদি অলপ দে।'

'তই ইয়াতে অলপ্ ৰ'। মই ভৰালত ধান কিমান আছে চাই আহোঁগৈ।'

এৰাতি নোখোৱাকৈ লঘোণে আউনা কমানৰ পৰিয়ালটো থাকিল বুলি কোৱা শুনি গংগাৰাম টাইদৰ মনত কিছু ভয় সোমাল। দুদিনমানৰ পিছত যে নিজৰ পৰিয়ালৰো একেই অৱস্থা হ'বগৈ এই কথা ভাৱি ভয়-শংকাত টুলুঙা নাওখনত উঠি একে কোবতে ধানৰ ভঁৰাল পালেগৈ। ভঁৰালটোত দুদিনমান চলিব পৰাৰ জোখৰহে ধান দেখি সচকিত হৈ উঠিলেও সম্পৰ্কত কীদান্ যেতিয়া আউলা কমানক এসাজ ভাতৰ ধান দিবগৈ লাগিব বুলি গংগাৰাম টাইদে মন স্থিৰ কৰি সেই মতে নাৱঁত ধান ভৰালে। নাখাই যদি মৰিবই লাগে তেন্তে কীদান্ আউনা কমান, মাইচন্দ্ৰ মেদকইঁতৰ লগত একেলগেই মৰিম বুলি ভাৱি আউনা কমানক দুসাজমান খাব পৰাকৈ গংগাৰাম টাইদে ধান দি পঠালে। ধানখিনি পাই সৰগ ঢুকি পোৱাৰ দৰে লৈ খৰধৰকৈ নিজৰ ঘৰৰ ফালে আউনা কমানক খোজ দিয়া দেখি পানীৰে আগুৰি ৰখা দ্বীপ যেন মথাউৰিটোত পাঁচঘৰ মানুহৰ মাজত নিজকে গাম বা গাওঁবুঢ়া যেন লাগিল গংগাৰাম টাইদৰ। দুদিনমানৰ পিছত নিজেও খাবলৈ নাপাব বুলি শংকাত ভুগিও মিচিং পৰম্পৰা অনুসৰি দুঃখৰ দিনতো আনক সহায় কৰিব পাৰি ক্ষণিকৰ বাবে হ'লেও গংগাৰাম টাইদে গৌৰৱ অনুভৱ কৰিলে।

নিজৰ পৰিয়ালটোৰ বাবে দুদিনমান চলিব পৰাকৈ ধান-চাউল থাকিলেও ভাতৰ লগত খাবলৈ তৰকাৰী জাতীয় একোৱেই নথকাত দুপৰীয়াৰ সাজ ভাতৰ বাবে মথাউৰিৰ কাষৰ ভলুকা জোপাৰ পৰা বাঁহ গাজ দুটামানকে কাটি আনো বুলি যাওঁতে পানীত ডুব গৈ থকা গড়কাপ্তানি ৰাস্তাটোৰ কাষে কষে ভাপ নাও এখন মথাউৰিৰ ফালে আহি থকা গংগাৰাম টাইদে লক্ষ্য কৰিলে। নাওখন দেখি ভলুকা বাঁহ জোপাৰ কাষত থিয় হৈ অবাক দৃষ্টিৰে গংগাৰাম টাইদে চাই ৰ'ল। ক্ষন্তেক পিছত নাওখন আহি ভলুকা বাঁহ জোপাৰ ওচৰতে মথাউৰিৰ কাষত ৰ'লহি। নাওখনৰ পৰা প্ৰথমেই জাপ মাৰি মথাউৰিত উঠা ডেকা ল'ৰাটোলৈ ভালকৈ চাই মুৰ্কং চাপৰি গাঁৱৰে উজনি ফালৰ কুলাই পেৰ্মেৰ পুতেক অনিল পেৰ্মে বুলি গংগাৰাম টাইদে চিনি পালে।

'কাকীয়ে মোক চিনি পাইছেনে?' নাৱঁৰ পৰা জপিয়াই মথাউৰিত উঠিয়েই কুলাই পেৰ্মেৰ পুতেক অনিলে মাত লগোৱাত সাহস পাই ওচৰলৈ আহি গংগাৰাম টাইদে ক'লে,

'পাইছো যেন লাগিছে। তই আমাৰ ইয়াৰ উজনিৰ কুলাই কীদানৰ ল'ৰা নহয় জানো?'

'হয়।'

'এই বাৰিষা, বানপানীতনো তই ক'ৰ পৰা ওলালিহি? তোৰ দেউতা-মাৰহঁতৰ কিবা খবৰ পাৱনে?'

'একোৱেই খবৰ নাপাওঁচোন। সেয়ে মোৰ বন্ধু দুজনমানক পাই এইফালে আহিলো। পি, ডব্লিউ, ডি ৰাষ্টাৰ কাষে কষে আহি আপোনালোকৰ ইয়াত উঠা মথাউৰিৰ কাষে কাষে উজনিলৈ, মানে আমাৰ ঘৰৰ ফালে যাম বুলি ভাবিছোঁ।'

'ভালেই কৰিলি দে। সাগৰৰ দৰে হোৱা বানপানীত ৰাষ্টাৰ কাষেদি নাও চলোৱাই নিৰাপদ। তোৰ বাপেৰ-মাৰহঁতেও আমাৰ দৰেই মথাউৰিত আশ্ৰয় লৈছে যেন পাওঁ। তোৰ লগত অহা কেইজনো আমাৰ ফালৰে নেকি?'

'নহয়, এজন ধেমাজিৰ আৰু আন দুজন গুৱাহাটীৰ পৰা আহিছে।'

নাওখনৰ পৰা আন তিনিজন ডেকা ল'ৰাও নামি মথাউৰিত উঠা দেখি অনিল পেৰ্মেলৈ চাই গংগাৰাম টাইৰে ক'লে,

'ব'ল ঘৰলৈকে। তহঁতক আপং বা আন কিবা খুৱাবলৈ ঘৰত পিছে একোৱেই নাই।'

'আমাক একো নালাগে কাকী। আমি আপোনালোকৰ কাৰণে চাউল, দাইল, চিৰা, আদি যি পাৰো অলপ লৈ আনিছোঁ। বলক আপোনাৰ ঘৰত মোৰ বন্ধু কেইজনক চিনাকি কৰাই দিম।'

মথাউৰিৰ পাৰত একোঠালিৰ চাংঘৰৰ সমুখত ডেকা ল'ৰা কেইজনৰ লগত আহি গংগাৰাম টাইদে ক'লে,

'মোৰ ঘৰ বুলিবলৈ এইটোৱেই। তহঁত ইয়াতে বহ।'

একোঠালিৰ চাংঘৰত সৰুকৈ সজা তুংগীওত বহিবৰ বাবে অনিল পেৰ্মেক ইংগিত দি এজন ডেকা ল'ৰাই কান্ধত বাকচ যেন বস্তু এটা লৈ চাৰিওফালে টোৱাই ফুৰা যেন দেখি মিচিং ভাষাত কৌতুহ'ল প্ৰকাশ কৰি গংগাৰাম টাইদে অনিলক সুধিলে,

'তোৰ এই লগৰটোৱে মথাউৰিত উঠিয়েই কান্ধত এই বস্তুটো লৈ ইফালে-সিফালে কি টোৱাই ফুৰিছে?'

'এইটো ভিডিঅ' কেমেৰা কাকী। ল'ৰাটো গুৱাহাটীৰ অংকুৰ বঞ্জন গগৈ। আপুনি চিনি পাবই চাগে। আমাৰ ধেমাজিত যে বাননিয়ন্ত্ৰণ বিভাগৰ ইঞ্জিনীয়াৰ অতুল গগৈ আছিল, তেখেতৰ পুতেক। গুৱাহাটীত ব্যৱসায় কৰে। চিনেমা, টিভি, ছিৰিয়েলো কৰে। বানপানীক লৈ তথ্যচিত্ৰ এখন কৰিম বুলি ভিডিঅ' কেমেৰা লগত লৈ আনিছে। তহঁতৰো ফটো তুলিব ৰ'।'

মথাউৰিৰ কাষত নাও আৰু মানুহৰ সমাগম দেখি পাঁচঘৰীয়া মানুহ কেইঘৰৰ কাতিৰাম মিলি, নাম্পায় পায়েংসহ মতা-মাইকী, ল'ৰা-ছোৱালীবোৰ গংগাৰাম টাইদৰ একোঠালিৰ চাংঘৰৰ সমুখত মথাউৰিত গোট খাইছিলহি। মাইচন্দ্ৰ মেদক আৰু আউনা কমানক নেদেখি নাম্পায় পায়েঙলৈ চাই গংগাৰাম টাইদে গামৰ সুৰত ক'লে,

'মোৰ ঘৰৰ সমুখত ইমান হুলস্থূল শুনিও, আলহী আহিছে বুলি গম পাব লাগে নহয়, মাইচন্দ্ৰ আৰু আউনা কীদান্ ক'ত গ'ল? মাতি আন যা। টিভি, চিনেমাত উঠিবলৈ পাব বুলি মাইচন্দ্ৰ মেদকক ক'বি।'

কথাখিনি কৈ আত্মসন্তুষ্টিৰ ভাবত অনিল পেৰ্মেলৈ চাই গংগাৰাম টাইদে পুনৰ ক'লে,

'ইঞ্জিনীয়াৰ অতুল গগৈছাৰৰ ল'ৰাটো চিনি পালো বাৰু, তেখেত আমাৰ ইয়ালৈ আহিলে বৰকৈ পঃৰ আপং খাইছিল! অ' তোৰ লগৰ বাকী দুজনক চিনি নাপালো।'

'অ' এওঁ হ'ল দেৱজিৎ কলিতা। কাকীয়ে চিনি পাবই চাগে, ধেমাজি টাউনৰ ন'মজলা ঠিকাদাৰ কৰুণা কলিতাৰ পুতেক। আৰু এওঁ হ'ল আমাৰ ধেমাজিৰ আগৰ ডি.চি আৰ, এন, দেৱগোস্বামী, মানে ৰমেন্দ্ৰনাৰায়ণ দেৱগোস্বামীৰ পুতেক মনোৰঞ্জন দেৱগোস্বামী। সিও গুৱাহাটীৰ পৰা আহিছে অংকুৰৰ লগত। দুয়োজনে গুৱাহাটীত ব্যৱসায় কৰে।'

একোঠালিৰ চাংঘৰটোৰ সৰু তুংগীঙত নিজৰ সোঁৱে-বাঁৱে বহা বন্ধু দুজনক অনিল পেৰ্মেয়ে চিনাকি কৰাই দিয়াত হুমুনিয়াহ এটা কাঢ়ি গংগাৰাম টাইদে ক'লে,

'ডাঙৰ মানুহৰ ল'ৰা কেইটাক আমাৰ ইয়ালৈ আনি ভালেই কৰিলি দে। পিছে মইনো এতিয়া তহঁতক কি খুৱাও।'

'আমাক একো নালাগে কাকী। আমি নিজেই সকলো আনিছো। আপোনাৰলোকৰ বাবেও অলপ চাউল, চিৰা, বিস্কুট আদি আনিছোঁ। আমাৰ লগত অহা এই দেৱজিৎ আৰু অংকুৰ ৰঞ্জনৰ দেউতাকে বানবিধ্বস্ত অঞ্চললৈ গ'লে ৰিলিফ অলপ লৈ যাবলৈ কৈ পঠাইছিল হেনো।'

'তেওঁলোকৰ তেনেহ'লে আমালৈ মনত আছে। অতুল গগৈ ছাৰ ইয়াত বাননিয়ন্ত্ৰণ বিভাগৰ ইঞ্জিনীয়াৰ হৈ থাকোতে ঠিকাদাৰ কৰুণা কলিতাই মথাউৰি বান্ধিছিল। তেতিয়া ডি, চি আছিল গোস্বামী ছাৰ। এই টি,ভি, ৰ ফ'টো তুলি থকাটোৱেই ইঞ্জিনীয়াৰ গগৈ ছাৰৰ পুতেক বুলি কোৱা নাছিলি জানো?'

'হয় কাকী, সিয়েই, তাৰ নাম অংকুৰ ৰঞ্জন গগৈ। আগত এবাৰ কৈছিলোঁৱেই নেকি। গুৱাহাটীত ডাঙৰ ব্যৱসায় কৰাৰ উপৰিও টিভি, ছিৰিয়েল, চিনেমা আদি কৰে। তাঁহাতৰ আচল ঘৰ চকুৱাখানাত। ধেমাজি টাউনতো ঘৰবাৰী আছে। ভাৰাত দি থৈছে।'

'নাৰ্বঁৰ পৰা বস্তুবোৰ নমাই দিয়া ভাল হ'ব নেকি। তহঁতৰ ঘৰৰ ফালে গৈ আন্ধাৰ হোৱাৰ আগতে ধেমাজি পালেগৈ ভাল হ'ব।'

ঠিকাদাৰ কৰুণা কলিতাৰ পুতেক দেৱজিৎ কলিতাৰ কথা শুনি অনিল পেৰ্মেয়ে ক'লে, 'এৰা, তই ঠিকেই কৈছ। যাচোন যা, নাৰ্বলৈ গৈ যাদব দাসক ইয়াৰ পাঁচঘৰ মানুহৰ জোখাৰে দুদিনমান খাব পৰাকৈ চাউল, চিৰা আদি নাৰ্বঁৰ পৰাই নমাই ইয়ালৈ লৈ আনিবলৈ ক'।'

অনিল পেৰ্মেৰ কথামতে দেৱজিৎ কলিতা আৰু ৰমেন্দ্ৰনাৰায়ণ দেৱগোস্বামীয়ে নাৰ্বলৈ গৈ নাওখনৰ কাম কৰা ল'ৰা যাদব দাস আৰু চালক শিৱৰাম হাজৰিকাৰ সহায়ত চাউল, দাইল, চিৰা আদি নমালে। গংগাৰাম টাইদ, আউনা কমান, মাইচন্দ্ৰ মেদকহঁতৰ ল'ৰা-ছোৱালী জাকে জুম বান্ধি দেৱজিৎ কলিতাহঁতৰ লগে লগে দৌৰি থাকিল। বিস্কুটৰ পেকেট খুলি দেৱজিৎ কলিতাই ল'ৰা-ছোৱালী জাকক বিলালে। তাৰ হাতৰ পৰা বিস্কুট লোৱাৰ প্ৰতিযোগিতা ল'ৰা-ছোৱালীজাকৰ মাজত চলিল।

এইখিনি দৃশ্য অংকুৰ ৰঞ্জন গগৈয়ে তাৰ কান্ধত লোৱা ভিডিঅ' কেমেৰাত বন্দী কৰিলে। অনিল পেৰ্মে, দেৱজিৎ কলিতাহঁতে বিলাই দিয়া চাউল, চিৰা আদি গংগাৰাম টাইদৰ ঘৈণীয়েক ঐছেং, আউনা কমানৰ ঘৈণীয়েক তুলাদৈ আৰু মাইচন্দ্ৰ মেদকৰ ঘৈণীয়েক ধনপ্ৰভা মেদকে লৈ গ'ল। কান্তিৰাম মিলি আৰু নাম্পায় পায়েংহঁতৰ ভাগৰো নিজৰ ঘৈণীয়েক কিজনীয়ে নিলে। চাউল, চিৰা আদি দিয়া শেষ হওঁতে মাইচন্দ্ৰ মেদক আৰু আউনা কমানে মিবু গালুক্ পিন্ধি, মূৰত পাগুৰি মাৰি সাজি-কাচি মথাউৰিটোৰ পূব দিশৰ পৰা আহি গংগাৰাম টাইদৰ ঘৰ ওলালহি। সিহঁত দুয়ো আহি থাকোতে অংকুৰ ৰঞ্জন গগৈয়ে যিমান পাৰি সিমান ভিডিঅ' ফটো তুলিলে। সিহঁত দুয়োজনক সাজি-কাচি অহা দেখি খঙে অভিমানে গংগাৰাম টাইদে সুধিলে,

'এইহেন বানপানীত খাবলৈ-থাকিবলৈ ঠাই নোহোৱা অৱস্থাত তহঁত দুটাক সাজি-কাচি আহিবলৈ কোনে ক'লে?'

'এই নাম্পায়ে ক'লে। চিনেমাৰ ফ'টো তুলিবলৈ মানুহ আহিছে বুলি তয়েই কৈ পঠাইছ বুলি নাম্পায়ে ক'লে কাৰণে আমি পেৰাৰ পৰা মিবু গালুক্ দুয়ীৰ উলিয়াই পিন্ধি আহিলো।'

মাইচন্দ্ৰ মেদকৰ কথা শুনি অনিল পেৰ্মেয়ে হাঁহি মাৰি ক'লে, 'ভালেই কৰিলে দিয়ক বাব'ই। বানপানীৰ লগতযে আমাৰ মিচিং মানুহে সহবাস কৰিবলৈ শিকিছে এটা কথা প্ৰমাণ হ'ব। ইমান দুখৰ দিনতো সাজি-কাচি থকাতো ধেমালি কথা নহয়। অ'ই অংকুৰ, ইহঁতৰ ফটো ভালকৈ তোল।'

'তুলিছোঁ, তুলিছোঁ দে। মোৰ ভিডিঅ' ৰেৰ্কডিং প্ৰায় শেষেই। তেখেত সকলক খুৱাব যদি নাৰ্বৰ পৰা অলপ আনগৈ যা।'

অংকুৰ ৰঞ্জন গগৈৰ কথা শুনি অনিল পেৰ্মেয়ে ইংগিতেৰে দেৱজিৎ কলিতাক নাৰ্বৰ পৰা বিলাতী মদ এবটল আনিবলৈ পঠালে। দেৱজিৎ কলিতা যোৱালৈ চাই অনিল পেৰ্মেয়ে গংগাৰাম টাইদক সুধিলে,

'কাকাইহঁতে ৰঙাটো খায় নহয়? নাৰ্বৰ পৰা অলপ আনিবলৈ দিছোঁ।'

'খাওঁ, খাওঁ। এইকেইদিন আপং খাবলৈকে পোৱা নাই। পালে নাখাম কেলেই? এই মাইচন্দ্ৰ আৰু আউনাহঁতক বেছি নিদিব দেই, ৰঙা বিধ অলপ খালেই সিহঁতৰ নিচা হয়!'

'অ' তই অকলে বেছি খোৱাৰ মতলব কৰি আমি অলপ খালেই নিচা হয় বুলিছ' ডেকা কালত অকলেই এবটল খোৱা মানুহ বুজিছ। এই আকালৰ দিনত আমাৰ ইয়ালৈ অহা ডেকা ল'ৰাই কিবা খুৱাম বুলিছে, তইনো আমাৰ বদনাম গোৱাত লাগিছ কেলেই?'

অভিমানী সুৰত মাইচন্দ্ৰ মেদকে কোৱা শুনি গংগাৰাম টাইদে ক'লে, 'মিছা কথা কোৱা নাই দে। যোৱাবাৰ আলিয়াই লৃগাঙত চিনেমা চোৱাৰ আগতে ৰঙাবিধ খাই যিখনহে বিহু দেখুৱালি পাহৰিলি হ'বলা?'

'ইয়াৰ ক'ত চিনেমা চলিছিলনো?' কৌতুহলেৰে অনিল পেৰ্মেয়ে গংগাৰাম টাইদক সুধিলে।

'মানে, অলিয়াই লিগাঙত আমাৰ ইয়াত মিচিং ভিডিঅ' চিনেমা দেখুৱাইছিল। দুটকা টিকেটত আমাৰ কেইঘৰৰ বাদেও অঞ্চলটোৰ মানুহে চালেহি। ভিডিঅ' চিনেমা চোৱাৰ অভিজ্ঞতা আছে বাবেইতো চিনেমা কৰা মানুহ আহিছে বুলি নাম্পাইৰ মুখত শুনি আমাৰ এই মাইচন্দ্ৰ আৰু আউনা কাঁদানে্ মিবু গালুক পিন্ধি, মূৰত পাগুৰি মাৰি আহিছে চিনেমাত দেখাৰ দৰে টিভিত ওলাবলৈ পাম বুলি!'

'এইবোৰ কথা এতিয়া বাদ দে। বটলটো আহি পালেই যেতিয়া উলিয়াই দিবলৈ ক' এই ডেকা ল'ৰাকেইটাক।'

নাৰ্বৰ পৰা দেৱজিৎ কলিতাই এবটল বিলাতী মদ অনা দেখি মাইচন্দ্ৰ মেদকে গংগাৰামলৈ চাই ক'লে।

গংগাৰাম টাইদৰ মথাউৰিটোতকৈ ডেৰ ফুট ওখ চাংঘৰৰ বাৰান্দাত অনিল পেৰ্মে, অংকুৰ ৰঞ্জন গগৈ, দেৱজিৎ কলিতাহঁত বহিল আৰু গংগাৰামহঁত মথাউৰিতে বহি অনিলে বাকি দিয়া বিলাতী মদ কাঁহৰ বাটিত খোৱা আৰম্ভ কৰিলে। গংগাৰামহঁতৰ ঘৈণীয়েক কেইজনীও চাৰিওফালে জুম বান্ধি চাই থকা ল'ৰা-ছোৱালীক চম্ভালি মথাউৰিতে বহি লৈ বিলাতী মদৰ সোৱাদ ল'লে। এবটল

বিলাতী দহবাৰজনে খোৱাত কম হোৱা যেন পাই মাইচন্দ্ৰ মেদকে খংগাৰাম টাইদলৈ চাই ক'লে,

'আপং ক'ম হ'ব যেন পাইছোঁ। আৰু আছেনে নাই সুধি চা।'

মাইচন্দ্ৰ মেদকৰ মিচিং ভাষাত কোৱা কথা শুনি হাঁহি মাৰি অনিল পেৰ্মেয়ে মিচিঙতে ক'লে,

'আৰু বহুত আছে। খায় যদি নাৰ্বৰ পৰা আনোৱাই দিম। এই অংকুৰহঁতৰ গুৱাহাটীত মদৰ দোকান আছে। দেৱজিতৰো ধেমাজি টাউনত আছে। ৰাতি ক'ৰবাত বানপানীৰ মাজত থাকিবলগীয়া হ'ব পাৰে বুলি সিহঁত দুটাই লগত বহুত লৈ আনিছে।'

'এখেতক কি কৈছ অনিল?' অনিল পেৰ্মেৰ মিচিং ভাষাত কোৱা কথা বুজিব নোৱাৰি ভিডিঅ' কেমেৰাটো চাওঁত ঠিকমতে আছেনে নাই মন কৰি অংকুৰ ৰঞ্জন গগৈয়ে সুধিলে।

'আৰু আছে যদি খাওঁ বুলিছে। মই আছে বুলি ক'লো।'

অনিল পেৰ্মেৰ কথা শুনি অংকুৰ ৰঞ্জন গগৈয়ে মাইচন্দ্ৰ মেদকলৈ চাই ক'লে,

'আৰু বহুত আছে দেউতা। খায় যদি খাওক।'

'কাম, কাম! এই বাৰিকাকানত তওত পিছে আমাৰ ইয়ালৈ কেলৈ আয়িচিলি?'

মাইচন্দ্ৰ মেদকৰ অসমীয়াত কোৱা কথা শুনি হাঁহি মাৰি অংকুৰ ৰঞ্জন গগৈয়ে ক'লে, 'আপোনালোকৰ খা-খবৰ ল'বলৈকে আহিলো। বানপানীৰ লগত সহবাস কৰিবলৈ শিকা আপোনালোক পৃথিৱীৰ এক অন্যতম জনগোষ্ঠী বুলি জানি নিজ চকুৰে চাই ভিডিঅ' ফিল্মত তুলি লৈ যাওঁ বুলিও আহিলো। আজিকালি পৃথিৱীৰ বহু নগৰ-চহৰতো বানপানী হয়, কিন্তু সকলো ঠাইতে ৰিলিফ কেম্প পাতিবলগীয়া হয়। ইয়াত ইমান বানপানীৰ মাজতো আপোনালোকে ৰিলিফ কেম্পলৈ নগৈ মথাউৰিৰ ওপৰত সৰুকৈ হ'লেও চাংঘৰ সাজি থকাটো সচাঁকৈ আচৰিত হ'বলগীয়া কথা।'

'তোৰ কথাবোৰ আমি বুজি পোৱা নাই অই গাম। তই কাৰ ল'ৰানো?'

অংকুৰ ৰঞ্জন গগৈৰ দীঘলীয়াকৈ কোৱা কথাখিনি বুজিব নোৱাৰি মাইচন্দ্ৰ মেদকে সোধাত তেওঁৰ ফালে অলপ হাউলি ক'লে, 'অথনি মোৰ দেউতাৰ কথা. অনিলে কৈছিলেই নেকি। মই গুৱাহাটীৰ। আপোনালোকৰ ইয়াত মানে ধেমাজিত কাম কৰি যোৱা ই এণ্ড ডিৰ ইঞ্জিনীয়াৰ অতুল গগৈৰ পুতেক। মই ইয়ালৈ আহিম বোলোতে দেউতাই আপোনালোকৰ অঞ্চলটো চিনি পাওঁ বুলিছিল।'

'অ' মতাউৰি চাই পুৰুতে আমাৰ চাংগৰত উটি আপং কাই পুৱা ইনজিনিয়াৰ গগৈচাৰৰ পুতেক নেকি। কেলৈ চিনি নাপাম, ই আমাৰ ইয়াত আপং কোৱা মনত আছে দে।'

'আৰু সি আপোনালোকৰ ইয়াৰ ডি চি হৈ যোৱা মনোৰঞ্জন দেৱগোস্বামী ছাৰৰ পুতেক ৰমেন্দ্ৰনাৰায়ণ দেৱগোস্বামী। মোৰ লগত একেলগে গুৱাহাটীত ব্যৱসায় কৰে।'

অংকুৰ ৰঞ্জন গগৈয়ে চিনাকি কৰি দিয়াত ৰমেন্দ্ৰনাৰায়ণ দেৱগোস্বামীয়ে মিচিকিয়া হাঁহি মাৰি ক'লে, 'ময়ো আপোনালোকৰ ইয়ালৈ আহিম বুলি শুনি দেউতাই ডি চি হৈ থাকোতে বানপানীত নাৱঁৰে ৰিলিফ বিলাই ফুৰা, তদাৰক কৰাৰ অভিজ্ঞতাৰ কথা কৈছিল।'

'তওতৰ দেউতা অতৰ কতা অতনিয়ে অনিলে ক'লে। আৰু ই আমাৰ মথাউৰি বনোৱা তিকাদাৰ কৰুণা কলিতাৰ পুতেক নগুয় জানো?'

দেৱজিৎ কলিতালৈ হাতৰ ইংগিতেৰে দেখুৱাই গংগাৰাম টাইদে কোৱা শুনি আমনি পোৱা দৰে আউনা কমানে মিচিগুত ক'লে, 'আঁদী বুলুম্ মীতীৰ কীদাং এইবোৰ এৰ আৰু কীদান্। আনিলে আৰু এটা বটল আনিছে যেতিয়া ঢাল। আজি হেঁপাহ পলুৱাই খাই লওঁ আৰু। অহাকালিৰ পৰা এনেয়েও লঘোণে থাকিব লাগিব।'

অনিল পেৰ্মেয়ে আৰু এটা বিলাতী মদৰ মটল আনি ইতিমধ্যে মাইচন্দ্ৰ মেদকৰ বাটিত ঢলা আৰম্ভ কৰি দিলে। মদৰ বাটিত এঢোক মাৰি গংগাৰাম টাইদে অনিল পেৰ্মেলৈ চাই মিচিং ভাষাত সুধিলে,

'তোৰ লগৰকেইটাই যেনিবা ব্যৱসায় কৰে, তইনো কি কৰ?'

'ময়ো দেৱজিতৰ লগত ব্যৱসায়ত লাগিছো, কাকী। আমি দুয়ো ব্যৱসায়ৰ কামত গুৱাহাটীলৈ গৈ থাকো বাবে অংকুৰহঁতৰ লগত চিনাকি। অংকুৰ আৰু ৰমেনে মিলি গুৱাহাটীত ফ্লেট বনাবলৈও আৰম্ভ কৰিছে।'

'ফ্লেট মানে আকৌ কি?'

অনিল পেৰ্মেৰ কথা বুজিব নোৱাৰি গংগাৰাম টাইদে সোধাত অনিলে মিচিং ভাষাত বুজাবলৈ চেষ্টা কৰিলে,

'ফ্লেট মানে বহু কেইঘৰ মানুহ একেটা ঘৰত থাকিব পৰা কেইবামহলীয়া বহুত ওখ ঘৰ। তেনে ঘৰত লাইট, পানী, টেলিফোন, টিভি সকলো থাকে।'

'তেনেকুৱা ঘৰ বনাবলৈ তোৰ লগৰ কেইটাই মাটি-বাৰী, টকা-পইচা পাইছে ক'ৰ পৰা?'

'কেলৈ, সিহঁত দুটাৰ দেউতাক ইয়াত ডি, চি, ইঞ্জিনীয়াৰ নাছিল জানো? সিহঁতৰ বহুত টকা-পইচা আছে, আমাৰ দৰে নহয়।'

মিচিং ভাষাত অনিল পেৰ্মেয়ে কোৱা কথা বুজিব পাৰি ইতিমধ্যে অলপ নিচা হ'বলৈ ধৰা মাইচন্দ্ৰ মেদকে অংকুৰ ৰঞ্জন গগৈলৈ চাই ধেমেলীয়া সুৰত অসমীয়াত ক'লে,

'গামঅঁতে গুৱাটিত বওত ডাঙৰ ওক গৰ বনাব বুলি আমাৰ এই অনিলে কৈছে। তেনেকুৱা ওক গৰ আমাকো ইয়াত বনাই দিলে আমাৰ দেকুন এনেকুৱা অৰচ্‌তা নঙয়।'

'আমি এন. জি. অ' এটা গঠন কৰি তেনে ব্যৱস্থা ল'ম বুলি ভাবি আছোঁ দেউতা। ওখ ঘৰ বনাই দিলে বানপানীয়ে একো কৰিব নোৱাৰিব হয়, পিছে খেতি-বাতি নহ'লে খাব কি?'

'এৰা তোৰ কতাটো বৰ এটা মিছা নঙয় গাম।'

অংকুৰ ৰঞ্জন গগৈ আৰু মাইচন্দ্ৰ মেদকৰ কথা-বতৰা শুনি তেনেদৰে কথা পাতি থাকিলে ধেমাজিলৈ ঘূৰি যোৱাত পলম হোৱাৰ আশংকা কৰি দেৱজিৎ কলিতাই মাইচন্দ্ৰ মেদকক ক'লে,

'দেউতা, আমি ঘূৰি যোৱাত পলম হ'বগৈ। অনিলহঁতৰ ঘৰলৈ যাবলৈ আছেই। ধেমাজিলৈ ঘূৰি গৈ আপোনালোকৰ ইয়ালৈ ৰিলিফ পঠিওৱাৰ চেষ্টা কৰিমগৈ বাৰু। আমি যোৱাৰ আগতে এটা অই-নিতমকে গাই দিয়কচোন।'

'কাবলৈকে নোপোৱা দিনত কি অই-নিতম গাম অই গাম।'

'এটা গাই দে। লাজ কৰিছ কেলেই?'

গংগাৰাম টাইদে অই-নিতম এটা গাবলৈ মিচিঙত কৈ উৎসাহ যোগোৱাত গ'ল হেকাৰি এটা মাৰি মাইচন্দ্ৰ মেদকে অই-নিতম গাবলৈ সাজু হৈ ক'লে,

'তঙতি মিচিং বুজি পাবিনে নাই নাজানো গামঅঁত। মই এটা অই-নিতম্ গাই দিছো ওন।'

'গাওক দেউতা, গাওক। মই অলপ মিচিং বুজি পাওঁ দিয়ক।'

কথাষাৰ কৈ দেৱজিৎ কলিতাই হাত চাপৰ মৰা আৰম্ভ কৰাত উৎসাহ পাই মাইচন্দ্ৰ মেদকে কাবান সুৰত অই-নিতম এটা গালে,

'নান্ অই নৰকি
অকপী ঙম্ অতনী।
মনিচ্ অইয়া জীৱনচ্
তুৰ্লা দুংকই কামানী।'

'অই-নিতম্‌টো শুনি বৰ ভাল লাগিল দেউতা। অই-নিতমটোৰ অৰ্থ কি আছিল অ' অনিল?' অংকুৰ ৰঞ্জন গগৈয়ে হাঁহি হাঁহি অনিল পেমেঁলৈ চাই সুধিলে।

'কৰুণ সুৰত গোৱা এইটো অই-নিতমতকৈ কাবান্ যেনহে লাগিল। আক্ষেপৰ সুৰত জন্ম ধাত্ৰী মাকক নৰকি বুলি কৈ মোক কিয় জন্ম দিলা, এই মানুহৰ পৃথিৱীত জীয়াই থকাৰ ঠায়েই নোহোৱা হৈছে বুলিছে।'

'বৰ অৰ্থপূৰ্ণ অই নিতম দেই।'

অনিল পেৰ্মেৰ অসমীয়া ভাবাৰ্থখিনি শুনি নিজকে কোৱাৰ দৰে দেৱজিৎ কলিতাৰ কাষত বহা ৰমেন্দ্ৰ নাৰায়ণ দেৱগোস্বামীয়ে তলমূৰকৈ ক'লে।

'এতিয়া আমি যাওঁ ব'ল।' বহাৰ পৰা উঠি দেৱজিৎ কলিতাই ক'লে।

'এৰা যাওঁ ব'ল, অনিলহঁতৰ তাত বেছি পলম নকৰোঁ আৰু দেই।'

ৰমেন্দ্ৰনাৰায়ণ দেৱগোস্বামীৰ কথাত গোটেই কেইজন বহাৰ পৰা উঠিল। অনিল পেৰ্মেয়ে গংগাৰাম টাইদৰ ভৰিত সেৱা কৰি ক'লে,

'কাকী আমি যাওঁগৈ। ধেমাজি গৈ পায়েই আপোনালোকৰ বাবে ৰিলিফৰ ব্যৱস্থা কৰিবলৈ চেষ্টা কৰিমগৈ। আমাৰ ঘৰৰ ফালেবা কি হৈছে তাকো চাই যাব লাগিব। সেয়ে সোনকালে যাওঁগৈ।'

কথাখিনি কৈয়েই অনিল পেৰ্মেহঁত নাৱঁলৈ বুলি আগুৱাই গ'ল। গংগাৰাম টাইদ, মাইচন্দ্ৰ মেদক, আউনা কমানহঁতে সিহঁতক নাৱঁলৈকে আগবঢ়াই দিলে। ল'ৰা-ছোৱালী, মাইকী মানুহখিনিও জুম বান্ধি নাওখনৰ ওচৰলৈ আহি মথাউৰিৰ ওপৰৰ পৰা ভেবা লাগি চাই থাকিল। মথাউৰিৰ কাষে কাষে ভাপ নাওখন উজাই যাওঁতে অংকুৰ ৰঞ্জন গগৈয়ে পাৰত বৈ থকা গংগাৰাম টাইদহঁতৰ ফটো ভিডিঅ' কেমেৰাৰে তুলি গ'ল।

নাওখন আঁতৰি যাওঁতে মথাউৰিৰ পাৰত গংগাৰাম টাইদহঁত বহি পৰিল। মাইকী মানুহ আৰু ল'ৰা-ছোৱালীজাকে ঘৰলৈ বুলি খোজ দিলে। মথাউৰিৰ পাৰত বহি লৈ মাইচন্দ্ৰ মেদকে নিজকে কোৱা দৰে ক'লে,

'ডেকা ল'ৰা কেইটা ভাল আছিল দেই! ধনী ঘৰৰ ল'ৰা হৈও আমাৰ দৰে দুখীয়া মানুহৰ দুখ-দুৰ্গতিৰ খবৰ কৰিবলৈ এইহেন বানপানীৰ মাজত আহিছিল।'

এৰা, ডেকা ল'ৰাকেইটা আমাৰ ইয়াত চাকৰি কৰি যোৱা চিনাকি মানুহৰে। আমাৰ ইয়াত চাকৰি কৰি যোৱা, ঠিকা কৰা, এম, এল, এ হোৱা মানুহবোৰ ধনী হৈ গৈ থাকে, আমিবোৰহে দুখীয়া হৈ গৈ থাকো। তোৰ নিতম্‌টোহে ভাল লাগিল অ'। আমাৰ দৰে মানুহৰ এই পৃথিৱীত জীয়াই থকাটোৱেই কঠিন হৈ পৰিছে। জীয়াই থকাৰ ঠাই আমাৰ বাবে যেন নাইকীয়া হৈছে। দঃঞিঃ পঃল, কাৰ্চিন-কাৰ্ত্তাক, চিনী তাতঃ যায়ীহঁতেহে জানে আমিনো আৰু এনেকৈ কিমান দিন জীয়াই থাকিম।'

কথাখিনি কৈ গংগাৰাম টাইদে দীঘল হুমনিয়াহ কাঢ়ি মথাউৰিৰ কাষে কাষে উজাই যোৱা ভাপ নাওখনলৈ চাই পঠালে। নাওখন ইতিমধ্যে চকুৰে মনিব নোৱাৰা হৈছিল। তেতিয়া দুপৰীয়াৰ বেলিটো মূৰৰ ওপৰেদি পাৰ হওঁ হওঁ হৈছিল।

**মিচিং শব্দৰ অৰ্থ ঃ তুৰলা দুংকেই কামাবং ঃ জীয়াই থকাৰ ঠায়েই নোহোৱা হৈছে, তুংগাং ঃ চাংঘৰৰ বাৰান্দা, আচি উঃয়ু ঃ জল দেৱতা, কঃবাং ঃ চাংঘৰৰ**

জখলা, য়িগ' ঃ খুলশালি, কীদান্ ঃ বিয়ৈ, আপং ঃ ঘৰুৱা মদ, ৰাগ্ৰে ঃ হাউৰি মতা, মীলুং ঃ জুইশাল, পীৰাপ্, ৰাবুং, কুম্বাং ঃ জুইশালৰ ওপৰত বন্ধা তিনিখলপীয়া বাঁহৰ চাং, পঃৰ আপং ঃ চাহ্ মদ, লাগন আপং ঃ বগা মদ, কাকী ঃ খুৰা, মামা, অই-নিতম্ ঃ বনগীত, কাবান্ ঃ বিননি গীত, বাব'ই ঃ খুড়া, দদাইদেউ, মিবু গালুক ঃ মিচিং পুৰোহিতৰ চোলা, দুমীৰ ঃ গামোচা।

# গিমুৰ্ আগ্লুন্

'গিমুৰ্ আগ্লুন্ পুন্দুং, কাঃপ', চাৰ্ণ' কাঃবেদ্মাঃনে?'

ঃ শিমলু ফুল ফুলিছে, বৰ ধুনীয়া লাগিছে, ছাৰে দেখা নাইনে?

গুৱাহাটীৰ পৰা গহপুৰ অভিমুখে তীব্ৰ গতিত চলা এস্কেছ্‌ড়ৰ গাড়ীৰ খিৰিকিৰ ফাঁকেদি ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত সৰু-বৰ শিমলু গছত ফুলা ৰঙা শিমলু ফুলবোৰলৈ আঙুলি টোৱাই মঞ্জুলা কুটুমে মোক সুধিলে।

ঃ দেখিছো, পিছে কি হ'লনো?

ঃ ছাৰৰ মনটো কাব্যিক বুলি ভাৱিছিলো, সেয়ে সুধিলো। শিমলু ফুল দেখি কবিতা লেখিবৰ মন যোৱা নাইনে?

ঃ তুমি কাষত আছা যেতিয়া, তুমিয়েই মোৰ বাবে কবিতা। তুমি কাষত থাকোতে শিমলু ফুল দেখি মোৰ কবিতা লিখাৰ ক'ত মন যাব?

ঃ ছাৰেও যে কথা কয় আৰু! আগত বহা ভাইটিয়ে আপোনাৰ কথা শুনিলে কি বুলি ভাবিব বাৰু?

ঃ ধেমালি কৰিছো বুলি।

মোৰ কথা শুনি আগৰ ছিটত ড্ৰাইভাৰৰ লগত বহি যোৱা মঞ্জুলা কুটুমৰ ভায়েকে আমালৈ ঘূৰি চাই ক'লে,

ঃ বাইদেউৰে তেনেকৈয়ে কথা কয়। ছাৰে যি ইচ্ছা কথা পাতিব পাৰে।

ঃ অ'ই তই আগলৈ চাই গৈ থাক। আমাৰ কথা নুশুনিবি দেই।

ঃ হ'ব দে বাই, ছাৰৰ লগত তই তোৰ ইচ্ছা মতে কথা পাত।

ঃ শুনিলে ছাৰ, মোৰ ভাইটি কিমান জনা-বুজা ল'ৰা।

ঃ বুজিলো বাৰু, এতিয়া মই কি কৰিব লাগিব?

ঃ একো কৰিব নালাগে, ৰাস্তাৰ দাঁতিত শিমলু ফুল দেখি আপোনাৰ কবিতা লিখিবৰ মন যোৱা নাইনে?

ঃ শিমলু ফুলৰ বাদেও ৰাস্তাৰ দাঁতিত পলাশ, মদাৰ গছত গুলপীয়া, ৰঙা ফুল দেখি আহিছোঁ, ফুলৰ ৰস চুহি খাবলৈ শালিকা আদি চৰাই দেখি আহিছোঁ। তথাপিও তুমি হেন জীৱন্ত কবিতা মোৰ কাষত বহি গ'লে মইনো আৰু কি কবিতা লিখিম!

ঃ ছাৰৰ কথা শুনিলে লাজ লাগি যায় দেই।

ঃ মইতো কবিতা লিখিবলৈ এৰি আজিকালি গল্পহে লিখা আৰম্ভ কৰিছোঁ। তুমিহে অই-নিতম্ লিখা আৰু গোৱা। তোমাক সেইবাবে গহপুৰৰ মেচাকি মিচিং গাঁৱলৈ তেওঁলোকে আলিয়াই লিগাঙৰ সাংস্কৃতিক সন্ধিয়াত গীত গাবলৈ মাতি পঠাইছে। শিমলু ফুল দেখি তুমিহে অই নিতম এটি গাই দিব লাগিছিল। মই এনেয়ে অহাৰ দৰে হ'ল।

ঃ তেনেকৈ নক'বচোন, ছাৰ। আপোনাক অলিয়াই লিগাঙৰ দিনৰ মুকলি সভাত বিশিষ্ট অতিথি হিচাপে মেচাকি মিচিং গাঁৱৰ মানুহে মাতি পঠিওৱা নাই জানো? সুবিধা পাইহে আমি আপোনাৰ লগত আহিছোঁ। আপুনি নাহিলে আমি বাছত আহিলো হয়।

মঞ্জুলা কুটুমে অভিমানী সুৰত কোৱা যেন ভাব হোৱাত তাইৰ মন ভাল লাগক বুলি মই ক'লো.

ঃ হ'ব দিয়া, মই আহিছো যেতিয়া তুমি আৰু তোমাৰ ভাইটিও লগত আহিছা, তাতে কি হ'ল?

ঃ আপোনাৰ লগত মই আহিছো বুলি বাইদেউৱে গম পাব লাগিলে বৰকৈ খং কৰিব যেন পাইছো।

ঃ এইবোৰ কথা এৰা। শিমলু ফুল দেখি তোমাৰ মন ভাল লাগিছে যেতিয়া অই- নিতম্ এটাকে গাই দিয়াচোন।

ঃ ষ্টেজ'ত বাদ্য যন্ত্ৰৰ লগতহে মই অই-নিতম্ বা আন গান গাব পাৰো। এনেয়ে গাবলৈ লাজ লাগে, তাতে আপোনাৰ শুচৰত।

ঃ তেনেহ'লে এনেয়ে কৈ শুনোৱাচোন।

ঃ সঁচাকৈনে?

ঃ সঁচাকৈ শুনোৱা আকৌ।

ঃ শিমলু ফুল দেখি মোৰ কেনে ধৰণৰ অই-নিতম্ মনলৈ আহিছে ছাৰে জানেনে?

ঃ গাভৰু ছোৱালী যেতিয়া আন্দাজ এটা হৈছে। প্ৰেম-পীৰিতিৰ লগত সম্পৰ্ক থকা অই-নিতম্ হ'ব চাগে।

ঃ তেনেকুৱাই, সেয়ে ছাৰৰ ওচৰত মনত খেলোৱা অই-নিতম্ৰ লাইনটো ক'বলৈ লাজ লাগিছে।

ঃ এই ফাগুণ মাহত মন উৰা মৰাৰ বতৰ। কোৱা, কোৱা লাজ নকৰিবা।

ঃ তেতিয়া হ'লে কওঁ?

ঃ কোৱা।

ঃ ছাৰে বেয়া নাপায়তো?

ঃ নাপাওঁ।

ঃ শিমলু ফুল দেখি মনত পৰা অই-নিতম্ ফাঁকি কওঁ তেতিয়া হ'লে।

ঃ কোৱা বুলি বাৰে বাৰে কৈ আছো দেখোন।

ঃ তেতিয়া হ'লে কওঁ শুনক, ঙক্ আয়াদ্ নক্‌গীংকী।

ঃ তাৰ অৰ্থ কিনো?

ঃ ই ছাৰে মিচিং ভাষা বুজি নাপায়হে যেন। তাৰ অৰ্থ হ'ল— মোৰ মৰম তোমাৰ বাবেহে।

ঃ অ' এতিয়া বুজিলো, তাৰ মানে নক্ আয়াদ্ ঙক্‌গীংকী। অৰ্থাৎ তোমাৰ মৰম মোৰ বাবেহে, এইটো বুজাব বিচাৰিছাতো।

ঃ ছাৰে বুজিছেই দেখোন।

ঃ তাকে সুৰ লগাই গোৱাচোন।

ঃ মোৰ লাজ লাগিছে, গাব নোৱাৰিম ছাৰ।

লাজতে মঞ্জুলা কুটুমে হাত দুখনেৰে মুখখন ঢাকি দিলে। সমুখৰ ছিটত ড্ৰাইভাৰৰ লগত মঞ্জুলা কুটুমৰ ভায়েক বহি যোৱা বাবে কথাবোৰ আৰু বহুলাই নপতাই ভাল বুলি ভাবি মই ফাগুনমাহৰ বতৰত ৰাষ্ট্ৰীয় ঘাইপথৰ দুয়োফালে শিমলু, মদাৰ, পলাশ ফুলেৰে ভৰি পৰা গছবোৰলৈ চাই গ'লো। মুকলি পথাৰৰ মাজত ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত শিমলু গছৰ ৰঙা ফুলত শালিকা চৰায়ে কিৰিলি পাৰি ৰস শুহি থকা দেখি মোৰ শৈশৱৰ বহু কথাই মনত পৰিল। মধাউৰিৰ পাৰত, নৈৰ দাঁতিত থকা বিয়াগোম শিমলু কেইজোপাত ফুল ফুলা আৰম্ভ কৰিলেই ফাগুণ মাহৰ প্ৰথম বুধবাৰে পতা আলিয়াই লিগাং উৎসৱৰ দিন চমু চাপি আহিছে বুলি মই আৰু মোৰ লগৰ ল'ৰামখাৰ গাত তৎ নাইকীয়া হৈ পৰিছিল। শিমলু ফুল সৰি কেতিয়ানো কলিয়াব তালৈও অতি আগ্ৰহেৰে বাট চাইছিলো। কাৰণ শিমলুৰ কুমলীয়া গুটি খাই মই আৰু মোৰ লগৰবোৰে বৰ তৃপ্তি পাইছিলো। শিমলুৰ কুমলীয়া গুটি খোৱাৰ দিন শেষ হ'লে তুলা উৰা দিনলৈ পুনৰ আগ্ৰহেৰে বাট চাইছিলো। শিমলুৰ গুটিৰ তুলা উৰা দিনত বিয়াগোম শিমলু গছত উঠি মই আৰু মোৰ লগৰবোৰে কোনে কিমান শিমলু গছৰ ডাল কাটি তুলা গোটাব পাৰে তাৰ প্ৰতিযোগিতা চলিছিল।

ল'ৰালি কালৰ বৰ লুইতৰ পাৰৰ মধাউৰিৰ কাষৰ বিয়াগোম শিমলু কেইজোপাৰ কথা ভাবি যাওঁতে মঞ্জুলা কুটুমে কোৱা অই-নিতম্ ফাঁকিৰ কথাও মনত আমনি নকৰাকৈ নাথাকিল। 'ঙক্ আয়াদ্ নক্‌গীংকী' অৰ্থাৎ মোৰ মৰম তোমাৰ বাবেহে বোলা কথাটো অই-নিতম্ যেন মোৰ নালাগিল। ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত শিমলু গছবোৰত ৰঙা শিমলুফুল দেখি ৰোমাণ্টিক ভাব এটা হঠাৎ জাগি উঠাত মঞ্জুলা কুটুমে হয়তো তাইৰ অজ্ঞাতেই কথাষাৰ কৈ পেলালে।

তেনেকৈ ভাবিবলৈ মোৰ মনে নামানিলে। স্কুল-কলেজত পঢ়া 'পিগমিলিয়ন' নামৰ কিতাপখনৰ কাহিনীহে বেছিকৈ খাপ খোৱা যেন লাগিল য'ত এজনী দুখীয়া,

নিৰক্ষৰ ছোৱালীক এজন বৃদ্ধ প্ৰফেছাৰে তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। বৃদ্ধ প্ৰফেছাৰৰ মৰম চেনেহত ডাঙৰ হোৱা নিজ কন্যা সদৃশ ছোৱালীজনী অৱশেষত কেনেকৈ বৃদ্ধ প্ৰফেছাৰৰ প্ৰেমত পৰিছিল সেই কথাই মোক আমনি কৰি যোৱাত লাগিল।

মঞ্জুলা কুটুমক মই অৱশ্যে দুখীয়া নিৰক্ষৰ অৱস্থাৰ পৰা তুলি-তালি ডাঙৰ-দীঘল কৰা নাই। তাই ইতিমধ্যেই মিচিং অই-নিতমৰ সুগায়িকা হিচাপে মিচিং অধ্যুষিত অঞ্চলত প্ৰতিষ্ঠা লাভ কৰিছে। ইতিমধ্যে তাই বহু অডিঅ' কেছেটত মিচিং গীত গাইছে বুলিও জানিছিলো। নিজাববীয়াকৈ অডিঅ' কেছেট এটা উলিওৱাৰ আজীৱন হেপাহ পূৰণ কৰাত মই মাথো তাইক সহায় কৰিছিলো। তাইৰ একক কণ্ঠ আৰু দুগৰাকী মান মিচিং ডেকা ল'ৰাৰ লগত গোৱা দ্বৈত কণ্ঠৰ অডিঅ' কেছেটটো মিচিং অধ্যুষিত অঞ্চলত অভূতপূৰ্ব জনপ্ৰিয়তা লাভ কৰিছিল বুলিও শুনিছিলো। ভাল অই-নিতম আৰু অসমীয়া আধুনিক গীতো ভাল গায় বুলি বুলি জানি বিজ্ঞ সমাজৰ লগত তাইক পৰিচয় কৰি দিয়াত মই আগভাগ লৈছিলো।

সেই সময়ছোৱাতে মঞ্জুলা কুটুমে তাইৰ জীৱনৰ বহু কথাই মোক কৈছিল। তাইৰ পৰিয়াল, তাইৰ ল'ৰালি কাল, পঢ়া-শুনা, গীত গোৱা, গুৱাহাটী দূৰদৰ্শনৰ ধাৰাবাহিকত অভিনয় কৰা, মিচিং ভিডিঅ' ফিল্মত অভিনয় কৰা ইত্যাদি ইত্যাদি বহু কথাই তাই মোক কৈছিল। তাইৰ পঁচিশ বছৰীয়া জীৱনৰ একো কথাই মোৰ জানিবলৈ বাকী নাথাকিল। মোৰ প্ৰতি বিশেষ এক আকৰ্ষণ অনুভৱ কৰি তাই মোক 'ঙক্ আয়াদ্ নক্গীংকৌ' অৰ্থাৎ মোৰ মৰম তোমাৰ বাবেহে বুলি ক'বলৈ প্ৰয়াস কৰিছে নেকি আকৌ।

ঃ ছাৰে বৰ মনে মনে থাকিল যে! মোৰ কথাত বেয়া পালে নেকি আকৌ।

ঃ নাই, বেয়া পোৱা নাই। তোমাৰ অই-নিতম্‌ৰ শব্দ কেইটাৰ অৰ্থ জুকিয়াই চাই গৈ আছোঁ।

মঞ্জুলা কুটুমৰ কথাত সম্বিত ঘূৰাই পোৱাৰ দৰে মই কোৱা কথা শুনি তাই ক'লে,

ঃ আচলতে এইটো অই-নিতম্ নহয় ছাৰ, মই মিচিং ভিডিঅ' ফিল্ম এখন বনোৱাৰ বাবে ভৰা কাহিনী এটাৰ নামহে।

ঃ তোমাৰ ঘৰুৱা কাহিনী নহয়তো।

ঃ নহয় ছাৰ। কাল্পনিক হ'লেও কাহিনীত কিছু সত্যতা আছে অৱশ্যে।

ঃ তোমাৰ ঘৰুৱা কাহিনীবোৰেই এখন ধুনীয়া ভিডিঅ' ফিল্ম হ'ব দেখোন।

ঃ মোৰ ঘৰুৱা কাহিনী লৈ ভিডিঅ' চিনেমা বনালে মোক ঘৰৰ মানুহে খাই পেলাব, ছাৰ। মোৰ ঘৰৰ কথা আপোনাকহে কৈছোঁ। আপুনি গল্প-উপন্যাস লিখা

মানুহ, গল্প বা উপন্যাসত মোৰ ঘৰৰ কাহিনী লিখিব। মই কৈছোঁ বুলি কাকো নক'ব আকৌ।

ঃ নকওঁ দিয়া। পিছে তুমি মিচিং ভিডিঅ' ফিল্ম বনোৱাৰ কথাটো কিমান দকৈ চিন্তা কৰিছা?

ঃ দকৈয়ে চিন্তা কৰিছোঁ, ছাৰ। তাৰ বাবে গীত কেইটি মই লিখিয়েই থৈছোঁ। ভিডিঅ' ফিল্মৰ আগতে অডিঅ' কেছেটটো উলিয়াই পেলাম বুলি ভাবিছোঁ।

ঃ ভালেই হৈছে। পাৰা যদি কৰা।

ঃ ছাৰে সহায়-সহযোগ, পৰামৰ্শ নিদিলে মই অকলে কেনেকৈ পাৰিম, ছাৰ।

ঃ হ'ব দিয়া, তোমাক যি সহায় লাগে মই পৰাপক্ষত সহায় কৰিবলৈ চেষ্টা কৰিম।

ঃ ছাৰে সহায় কৰিলে মই ভৰাটো হ'বই। সেয়ে 'ঙক্ আয়াদ্ নক্গীংকৌ' অৰ্থাৎ মোৰ মৰম আপোনাৰ বাবেহে বুলিছিলো। মৰম শব্দটোৰ অৰ্থ বেয়া ভাৱত নল'ব ছাৰ।

লাজুকীয়া ভাৱত কোৱা মঞ্জুলা কুটুমৰ কথা শুনি মই ধেমেলীয়া সুৰত ক'লো,

ঃ বেয়া ভাৱত নলওঁ দিয়া। তোমাৰ বাইদেউৰা অৰ্থাৎ মোৰ ঘৰৰ মানুহজনীয়ে কথাবোৰ গম পালেহে মোক সন্দেহ কৰিব পাৰে।

ঃ ছাৰে বাইদেউক সঁচা কথাবোৰ কৈ দিব আকৌ।

ঃ এইবোৰ সঁচা-মিছা কথা ঘৰৰ মানুহজনীক বুজোৱা কঠিন বুজিছা। তোমাৰ বিয়া-বাৰু হৈ ল'ৰা-ছোৱালীৰ মাক হ'লে এইবোৰ বুজিবা।

ঃ মই নিজকে প্ৰতিষ্ঠা কৰিব নোৱাৰালৈকে বিয়া-বাৰু নহওঁ, ছাৰ।

ঃ তোমাৰ সকলো কথা মোক কৈছাই। সাৱধানে চলি ভৱিষ্যতে নিজকে সুগায়িকা হিচাপে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিবা আৰু।

ঃ তাৰ বাবে আপুনি আশীৰ্বাদ দি থাকিব, ছাৰ।

তীব্ৰ গতিত চলা গাড়ীত গৈ এনেবোৰ কথা পাতি যাওঁতে কেতিয়ানো চতিয়া, বিশ্বনাথ চাৰিআলি পাৰ হৈ গহপুৰ পালোহি গমেই নাপালো। গহপুৰৰ ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা দক্ষিণ দিশে সোমাই যোৱাৰ অন্তত মেচাকি মিচিং গাওঁ পালোগৈ। আলিয়াই লিগাং উপলক্ষে পতা মুকলি সভাত মোক বিশিষ্ট অতিথি হিচাপে মতাৰ কথা পাহৰি গাঁৱৰ ৰাইজে মঞ্জুলা কুটুমক চাবলৈ হেতা-ওপৰা লগাওঁতেহে গম পালো তাই জনপ্ৰিয়তাৰ কথা। মেচাকি মিচিং গাওঁ গৈ পাই সাংস্কৃতিক সন্ধিয়া শেষ নোহোৱা পৰ্যন্ত মঞ্জুলা কুটুমক ওচৰৰ পৰা চাবলৈ, গাত চিকুটি চাবলৈ ডেকা-গাভৰু, মুনিহ-তিৰোতা, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালীৰ হেতা-ওপৰা দেখি ভাব হ'ল যে ৰাস্তা-ঘাট, বিজুলী চাকি নথকা মিচিং গাঁৱত এন্টাৰটেইন বুলিবলৈ একোৱেই

নাই। আগতেও এই কথা নজনা নহয়, কিন্তু মঞ্জুলা কুটুমৰ সাংস্কৃতিক সন্ধিয়া উপভোগ কৰি মই এই কথা বেছিকৈ উপলব্ধি কৰিলো।

সেয়ে তাই ভাৱি থকা কাহিনীৰে মিচিং ভিডিঅ' ফিল্ম এখন বনোৱাত বা নিৰ্মাণ কৰাত সহায় কৰিম বুলিয়েই মনস্থ কৰিলো। বানপানী, গৰাখহনীয়াৰ কবলত পৰি যাতায়তৰ ব্যৱস্থা নথকা দুৰ্গম অঞ্চলৰ মিচিং, অনা-মিচিং ৰাইজে তেনে ভিডিঅ' চিনেমা চাই অন্ততঃ কিছু সুখী হ'লে ময়ো সুখী হ'ম বুলি মনলৈ ভাব আহিছিল। গহপুৰৰ মেচাকি মিচিং গাঁৱত আলিয়াই লিগাং উপলক্ষে পতা সাংস্কৃতিক সন্ধিয়াৰ পিছত মঞ্জুলা কুটুমৰ জনপ্ৰিয়তা আৰু গঞা মিচিং ৰাইজৰ এন্টাৰটেইনমেন্টৰ প্ৰতি আকুলতা দেখি ভিডিঅ' ফিল্ম নিৰ্মাণ কৰাত মই সহায় কৰিম বুলি মঞ্জুলা কুটুমক কথা দিছিলো।

মই কথা দিয়াত মোৰ চকুৰ পচাৰতে মঞ্জুলা কুটুমে মিচিং ভিডিঅ' ফিল্মৰ কেছেট উলিয়াই পেলালে। ফিল্মৰ দৃশ্য গ্ৰহণৰ বাবেও সকলো ব্যৱস্থা কৰি পেলালে। অৰ্থাৎ মই তলকিব পৰাৰ আগতেই তাই ভৰা মিচিং ভিডিঅ' ফিল্মৰ সকলো কাম আগবাঢ়িল। দুদিনমান দৃশ্যগ্ৰহণত গৈ লক্ষ্য কৰিলো, মঞ্জুলা কুটুমে ভাল অই-নিতম্ গোৱাৰ দৰে অভিনয়ো বেচ ভাল কৰে। তাইৰ গীত আৰু অভিনয় দেখি দক্ষিণ আমেৰিকাৰ পপ শিল্পী অভিনেত্ৰী জেনিফাৰ ল'পেজৰ দৰে লাগিল মঞ্জুলা কুটুমক। বাতৰি কাকতত পঢ়িবলৈ পোৱা মতে লেটিন মিউজিকেৰে জীৱনৰ পাতনি মেলা জেনিফাৰ ল'পেজৰ 'অন দ্য ছিক্স' এলবামটো মুক্তি পোৱাৰ লগে লগে ৰাতিটোৰ ভিতৰতে তাই বিশ্ববিখ্যাত হৈ পৰে। 'আনাকোণ্ডা' ছবিখনত অভিনয় কৰাৰ উপৰিও ভাৰতীয় মূলৰ নিৰ্দেশক তাৰচেম সিঙৰ 'দ্যা চেল' ছবিখনত কৰা অভিনয়ে জেনিফাৰ ল'পেজক অভিনেত্ৰীৰ মৰ্যদাও প্ৰদান কৰিলে। উত্তেজক নৃত্য, প্ৰয়োজনতকৈ অধিক শৰীৰ প্ৰদৰ্শন, তাম বৰণীয়া দেহ আৰু এটি সুৰীয়া কণ্ঠই জেনিফাৰ ল'পেজক মেডনা বা ব্ৰিটনি স্পেয়াৰ্ছৰ জনপ্ৰিয়তাকো চেৰ পেলাইছে।

মিচিং ভিডিঅ' ফিল্মত অই-নিতম্‌ৰ সুগায়িকা মঞ্জুলা কুটুমৰ অভিনয় দেখি জেনিফাৰ ল'পেজৰ দৰে তাই কৰা উত্তেজক নৃত্য প্ৰয়োজনতকৈ অধিক শৰীৰ প্ৰদৰ্শনৰ চেষ্টা কৰা যেন পাই তাইক মই তেনে অভিনয় নকৰিবলৈ পৰামৰ্শ আগবঢ়াইছিলো। বানপানী আৰু গৰাখহনীয়াত সৰ্বস্ব হেৰুওৱা মিচিং গাঁৱৰ ৰাইজে তেনে উত্তেজক নৃত্য ভাল নাপাবও পাৰে বুলি মই কৈছিলো। মই অৱশ্যে মঞ্জুলা কুটুমক সহজে পতিয়ন নিয়াব পৰা নাছিলো। তথাপিও এবাৰ কৈছিলো,

ঃ মিচিং গীতৰ লগত তোমাৰ উত্তেজক নৃত্য বিশেষ ভাল নহ'ব যেন পাওঁ। গাঁৱৰ ৰাইজে এইটো ভাল পাব জানো?

ঃ তেনে নকৰিলে মোৰ ভিডিঅ' চিনেমাই নচলিব দেখোন, আপুনিও কি কথা কয়?

ঃ তোমাৰ গীতৰ অৰ্থ মতে মিচিং গাঁৱৰ কাষৰ মথাউৰি বা বিৰিণা বনৰ মাজত চাংঘৰ বেক্ গ্ৰাউণ্ডত দেখুৱাই নায়কৰ লগত দূৰত্ব বজাই নৃত্য কৰিব পাৰিচোন।

ঃ আপুনি চাংঘৰ দেখুৱাবৰ বাবে এনেবোৰ কথা কৈছে যেন পাওঁ। চাংঘৰত থকা মানুহক চাংঘৰকে দেখুৱাই থাকিলে ভাল হ'ব জানো?

ঃ মানে বাস্তৱটো এৰাই চলিব নোৱাৰি। মিচিং কাহিনীৰ ভিডিঅ' ফিল্ম যেতিয়া চাংঘৰ আৰু মিচিং সংস্কৃতি কিছু দেখুওৱা ভাল হ'ব।

ঃ আপুনি মোক মোৰ মতে ভিডিঅ' চিনেমা বনাবলৈ নিদিব যেন পাওঁ আৰু। ঠিক আছে, চাংঘৰ অলপ দেখুৱাবলৈ ব্যৱস্থা কৰিম বাৰু। মঞ্জুলা কুটুমে অভিমানী সুৰত কোৱা কথা শুনি মই ধেমেলীয়া সুৰত ক'লো,

ঃ মই এনেয়ে পৰামৰ্শ এটাহে দি চাইছো। তোমাৰ মতেই সকলো কৰা। তোমাক যি সহায় লাগে কৰি থাকিম। তোমাৰ নৃত্য দেখি টিভি-চিডিত দেখা জেনিফাৰ ল'পেজৰ দৰে লাগিছে। তোমাৰ মিচিং নিতম্ অই-নিতমৰ সুৰীয়া কণ্ঠ আৰু উত্তেজক নৃত্যই তোমাক সাইলাখ জেনিফাৰ ল'পেজৰ দৰে কৰিছে।

ঃ জেনিফাৰ ল'পেজ কোন আকৌ! আপোনাৰ কোনোবা আছিল নেকি? বাইদেউৱে এইবোৰ কথা নাজানে হ'বলা?

মঞ্জুলা কুটুমৰ কথা শুনি মোৰ হাঁহিমেইনে কান্দিমেই যেন লাগিল। জেনিফাৰ ল'পেজ যে দক্ষিণ আমেৰিকাৰ এগৰাকী পপ শিল্পী-অভিনেত্ৰী, এই কথা বুজাই দিয়াত মঞ্জুলা কুটুমে অভিমানী সুৰত ক'লে,

ঃ অ' আপুনি ইমান দূৰৰ খবৰ ৰাখে। আমাৰহে খবৰ ৰাখিবলৈ টান পায়।

ঃ ৰেডিঅ'-টিভি আদিয়ে আজিকালি পৃথিবীখন সৰু কৰি পেলালেতো, সেয়ে পৃথিৱীৰ সকলো খবৰেই পোৱা যায়। তোমালোকৰো খবৰ ৰাখো দিয়া, নহ'লেনো তোমাৰ অই-নিতম্, ভিডিঅ' ফিল্ম আদি ওলোৱাত এনেকৈ লগ দিওঁনে?

ঃ আপুনি নহ'লে মোৰ একোৱেই নহ'ব অৱশ্যে। আপোনাৰ পৰামৰ্শমতে মোৰ ভিডিঅ' চিনেমাখন বনাবলৈ চেষ্টা কৰিম বাৰু। এই ল'পেজ-টপেজহঁতৰ কথা নক'ব। তাহাতক মই চিনিও নাপাওঁ, জানিও নাপাওঁ, তাহাঁতৰ গুণ গালে মোৰ খং উঠি যায়।

মঞ্জুলা কুটুমৰ কথাখিনি শুনি মোৰ নিজকে পিগ্‌মিলিয়ন গ্ৰন্থখনৰ বৃদ্ধ প্ৰফেছাৰজনৰ দৰে লাগিল। তাই সুৰীয়া কণ্ঠৰ অধিকাৰিণী হোৱা বাবে, ধুনীয়া শব্দ বাছনিৰে মিচিং নিতম্, অই-নিতম গাব পাৰে বাবে মিচিং ভাষা-সংস্কৃতিৰ বিকাশত নিজে প্ৰত্যক্ষভাৱে জড়িত হ'ব নোৱাৰি তাইৰ কণ্ঠৰ যোগেদিয়েই পৰোক্ষভাৱে কিছু অৰিহণা যোগাম বুলি মনস্থ কৰিছিলো। কিন্তু মিচিং সমাজ-সংস্কৃতিলৈ চাই মই তাইক পশ্চিমীয়া সংস্কৃতিৰ বাহক জেনিফাৰ ল'পেজ, মেডোনা

বা ব্ৰিটনি স্পেয়াৰ্ছ হোৱাতো বিচৰা নাছিলো। মোৰ মানসপটৰ মিচিং শিল্পী গৰাকী অসমৰ প্ৰতিমা পাণ্ডে বৰুৱা বা কোকিল কণ্ঠী লতা মঙ্গেশকাৰৰ দৰে হোৱাতো বিচাৰিছিলোঁ। মঞ্জুলা কুটুমক মিচিং ৰাইজে এগৰাকী সৎ, সৰ্বজনগৃহীত মিচিং লোক শিল্পী হিচাপে পোৱাতো বিচাৰিছিলো, যাক অসমৰ ৰাইজেও তেনে ভাৱতে গ্ৰহণ কৰিব। তাইক অসমৰ বহু বুদ্ধিজীৱীৰ লগত পৰিচয় কৰি দিয়াৰ মোৰ উদ্দেশ্যও আছিল সেইটোৱেই।

মোৰ মনৰ ভাৱৰ কথা মঞ্জুলা কুটুমক অৱশ্যে বহবাৰ কৈছোঁ। মাত্ৰ কোৱা নাই যে বৰ্ত্তমান তাই কৰা মিচিং ভিডিঅ' ফিল্মৰ গতিত তাইৰ শিল্পী জীৱন আগবাঢ়িলে গহপুৰলৈ আলিয়াই লিগাং উৎসৱত যাওঁতে ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিত দেখা গিমুৰ আগ্লুন্ বা শিমলু ফুলৰ দৰে তাইৰ শিল্পী প্ৰতিভা লোক চকুত ধৰা দিব। গিমুৰ আগ্লুন্ বা শিমলু ফুল ফাগুণ মাহত ফুলা দেখিলে প্ৰেম ভাৱ জাগে, অতীতক সুঁৱৰি মনত আঘাত লাগে, তেজাল শিমলু ফুলৰ ৰস শালিকা জাতীয় চৰায়ে খায়, কুমলীয়া শিমলু গুটি গৰখীয়া ল'ৰাই খায়, শিমলু তুলা গাৰুত ব্যৱহাৰ কৰা হয়, কিন্তু ইমান গুণ বিশিষ্ট গিমুৰ আগ্লুন্ বা শিমলু ফুলৰ গুণ কিন্তু মানুহে লোৱা খুব ক'মেই শুনা যায়। সেয়ে মই মঞ্জুলা কুটুমক শিমলু ফুল বা গিমুৰ আগ্লুন্ হোৱাতো নিবিচাৰো, তাই যেন সকলোৱেই সমাদৰ কৰা গোলাপ, তগৰ, নাহৰ বা কপৌ ফুল হওক। এগৰাকী মিচিং লোকশিল্পী হিচাপে সমগ্ৰ অসমবাসীয়ে তাইক গ্ৰহণ কৰক। তাৰ বাবে প্ৰয়োজন হ'লে হয়তো মই পিগ্‌মিলিয়নৰ বৃদ্ধ প্ৰফেছাৰজনৰ ভাও আজীৱন লৈ থাকিব লাগিব। তাইৰ বাবে।

**শব্দ অৰ্থ ঃ** গিমুৰ আগ্লুন্ — শিমলু ফুল।

# কীদান্

বহুদিনৰ মূৰত চহৰখনলৈ আহিছে যেতিয়া কীদান্ ডিম্বৰামৰ ঘৰত এপাক সোমাই যোৱাতো উচিত বুলি দিগন্তই ভাৱিলে। এপাক সোমাই যোৱা বোলাতকৈ কীদান্ ডিম্বৰামৰ ঘৰলৈ গৈ পৰিয়ালটোক দেখা কৰি এষাৰ মাত লগাই অহাটো তাৰ নৈতিক দায়িত্বৰ ভিতৰতে পৰে বুলি দিগন্তই ভাৱি চহৰখনলৈ আহি পায়েই যোৱাতো ঠিক কৰিলে।

দিগন্তৰ তুলনাত কীদান্ ডিম্বৰাম যথেষ্ট বয়সিয়াল আছিল। গড়কাপ্তানি বিভাগৰ পৰা অধীক্ষক অভিযন্তা হিচাপে অৱসৰ লোৱা ইতিমধ্যে দহবছৰ হোৱা কীদান্ ডিম্বৰাম দিগন্ততকৈ প্ৰায় বিশ বছৰ মানৰ ডাঙৰ বুলি সি জানিছিল। দিগন্তৰ মৃত ডাঙৰ ককায়েক মনেশ্বৰৰ ডাঙৰ জীয়েক লাৱণ্যক ডিম্বৰামে মাজু পুতেক অৰূপলৈ বিয়া কৰাই নি বোৱাৰী হিচাপে আনিছিল। গড়কাপ্তানি বিভাগৰ পৰা অধীক্ষক অভিযন্তা হিচাপে অৱসৰ লোৱা ডিম্বৰামে বোৱাৰীৰ মাকৰ পৰিয়ালৰ তেওঁৰ সমপৰ্যায়ৰ কাকোৱেই নোপোৱাত অসামৰিক সেৱাৰ চৰকাৰী বিষয়া দিগন্তকে বয়সত সৰু হ'লেও কীদান্ বুলি মাতিছিল। বোৱাৰীৰ মৃত দেউতাক মনেশ্বৰৰ ভায়েক চৰকাৰী বিষয়া দিগন্তক কীদান্ হিচাপে মাতিব পৰাতেই ডিম্বৰাম সুখী আছিল। এপাচি কচু শাকত এটা জালুক বোলা কথাষাৰৰ দৰে পিছ পৰা জনগোষ্ঠীৰ মাজৰ পৰা নিজে যেনেকৈ ইঞ্জিনীয়াৰ হৈ ওলাইছিল, দিগন্তও অসামৰিক সেৱাৰ চৰকাৰী বিষয়া হিচাপে ওলাইছে বুলি ডিম্বৰামে বুজিছিল। এনেবোৰ কথা ডিম্বৰামে দিগন্তক আগতে বহুবাৰ কৈছিল। সেয়ে বয়সত সৰু হ'লেও ডিম্বৰামে কীদান্ বুলি মতাত দিগন্তই আপত্তি কৰা নাছিল।

দিগন্তৰ ডাঙৰ ককায়েক মনেশ্বৰৰ মৃত্যু হৈছিল লাৱণ্যইঁত তেনেই সৰু থাকোতেই। লাৱণ্যৰ দুজন ভায়েক সহ ঘৈণীয়েক লীলাৱতীক অথাই সাগৰত এৰি থৈ যোৱা দিগন্তৰ ককায়েক মনেশ্বৰৰ লগত ডিম্বৰামৰ ভাল সম্পৰ্ক আছিল। সেই কথা দিগন্তই কলেজত পঢ়ি থাকোতেই শুনিছিল। গড়কাপ্তানি বিভাগৰ পথ সংমণ্ডলৰ কাৰ্যবাহী অভিযন্তা হৈ থাকোতে ডিম্বৰামে মনেশ্বৰক পথ নিৰ্মাণৰ কাম দিছিল বুলিও দিগন্তই শুনিছিল। লাৱণ্য পানী কেঁচুবা হৈ থাকোতেই ডাঙৰ হ'লে বোৱাৰী কৰি নি মনেশ্বৰৰ কীদান্ হ'ব লাগিব বুলি ডিম্বৰামে কৈছিল বুলিও দিগন্তই শুনিছিল।

অতি সহজতে'কাৰ্যবাহী অভিযন্তা ডিম্বেশ্বৰৰ সহায়ত পথ নিৰ্মাণৰ বহু লাখটকীয়া কাম পোৱাটোৱেই দিগন্তৰ ককায়েক মনেশ্বৰৰ বাবে কাল হ'ল। পুৰাই কামলৈ বুলি ওলাই গৈ গোটেই দিনটো কোনোবা হোটেল বা গড়কাপ্তানি বিভাগৰ ডাক বাংলোত মনেশ্বৰে কেইজনমান বন্ধু ঠিকাদাৰৰ লগত লগ লাগি মদ খোৱা আৰম্ভ কৰি দিছিল। চৌবিশ ঘন্টাই মদৰ নিচাত থকা মনেশ্বৰ কেইবছৰমানৰ ভিতৰতে বিয়াগোম শৰীৰৰ অধিকাৰী হৈছিল। গাঁৱৰ পৰা গৈ সৰু চহৰত বসবাস কৰিবলৈ লোৱা ক্লাছ ছেভেনমানলৈ স্কুল গৰকা তিনিটা সন্তানৰ মাতৃ ঘৈণীয়েক লীলাৱতীয়ে গিৰিয়েক মনেশ্বৰ শকত হোৱা দেখি স্বাস্থ্য ভাল হোৱা বুলি গৌৰৱ কৰাহে দিগন্তই শুনিবলৈ পাইছিল। বছৰত মাঘ বিহুত দিগন্তৰ ডাঙৰ ককায়েক মনেশ্বৰ, বৌৱেক লীলাৱতী লাবণ্যসহ তিনিটা সন্তানক লৈ গাঁৱৰ ঘৰলৈ এসপ্তাহমানৰ বাবে আহিছিল। মাঘ বিহুৰ বাবে তৈয়াৰ কৰা বৰা চাউলৰ ঘৰুৱা মদ খাবলৈ বেয়া পোৱা ককায়েক মনেশ্বৰে গাঁৱৰ পৰা প্ৰায় সাত কিলোমিটাৰমান দূৰৈত থকা দেশী মদৰ দোকানৰ পৰা মদৰ বটল কিনি আনি খোৱা দিগন্তই লক্ষ্য কৰিছিল। তেনে মদ খাই বিয়াগোম শৰীৰটো লৈ দিনটোত কেইবাবাৰো পাইখানা কৰিবলৈ যোৱাও দিগন্তই লক্ষ্য কৰিছিল। ডাঙৰ ককায়েক বুলি একো মতামত দিয়াৰ পৰা বিৰত থাকিলেও বৌৱেকক মাকে সাৱধান বাণী শুনোৱা দিগন্তই শুনিবলৈ পাইছিল।

'নক্ মিন্বদী চিত্‌তীম্‌পী ইদুং। লঙ' লংকীং আপং তীঃলা তাইয়ীম্ একল্ গীনামীম্ কাঃবেদ দুং। আদীবী আইকণী আগম্‌মাং দেই। নক্ মিন্বম্ আপং তীঃনাম্ মীপাষাগ্ মপী লাগিয়ী দেই।'

— তোৰ গিৰিয়েৰ হাতীৰ দৰে হৈছে। দিনৰ দিনটো মদ খাই বাৰে বাৰে পাইখানা কৰিবলৈ যোৱা দেখা পাইছো। এইটো ভাল কথা হোৱা নাই দেই। তোৰ গিৰিয়েৰক মদ খোৱা এৰিবলৈ দিব লাগিব দেই।'

'লাবণ্যক্ আবুদীম্ তীঃয়কা ঔম্‌না লুতুম্‌গম্ তাংমাং। বুলুক্ তীজন্ আগ্নীদীই জীঃদাগ্।'

— লাবণ্যৰ দেউতাকক মদ নাখাবলৈ ক'লেও নুশুনে। সিহঁতৰ মদ খোৱা লগৰীয়া গোটেইবোৰেই শকত।

দিগন্তৰ মাকৰ আগত কথাখিনি কৈয়েই বৌয়েক লীলাৱতীয়ে চাংঘৰৰ বাঁহৰ মজিয়াত ডাঙৰ শব্দ হোৱাকৈ খোজ দি জুইশালৰ কাষৰ পৰা আঁতৰি যোৱা সি লক্ষ্য কৰিছিল। কাণেৰে ভালকৈ নুশুনে বুলি জানিয়েই বৌৱেক লীলাৱতীয়ে ভোৰভোৰাই তাৰ মাকক খঙেৰে কৈ যোৱা কথাবোৰ দিগন্তই ভালকৈয়ে শুনিছিল।

'টাউনল দুঃনী আবদীম্ জীঃপী কাঃলা মিন্‌নীলী দীগ্‌দুপেম। ঔদীম্‌পিলা আপদীয়ানী আগমীম্ লুঃদুং।'

— টাউনত থকা পুতেকক শকত হোৱা দেখি বুঢ়ী জ্বলি মৰিছে চাগে! সেয়ে আপদীয়া কথাবোৰ কৈছে।

শিক্ষা-দীক্ষা আৰু আৰ্থ-সামাজিক দিশত অতি পিছ পৰা গাওঁখনৰ পৰা প্ৰথম গ্ৰেজুৱেট হৈ বিশ্ববিদ্যালয়ত এম, এ, পঢ়ি থকা, মাঘ বিহুৰ বন্ধৰ বাবে ঘৰলৈ অহা দিগন্তই বৌৱেক লীলাৱতীৰ কথাবোৰ শুনি মনত বৰকৈ আঘাত পাইছিল। ডাঙৰ ককায়েক মনেশ্বৰে ব্যৱসায়ৰ বাবে থিতাপি লোৱা সৰু চহৰখনলৈ দিগন্তৰ কেইবা বাৰো যোৱাৰ অভিজ্ঞতা হৈছিল। ভৱিষ্যতৰ কীদান্ বুলি ইঞ্জিনীয়াৰ ডিম্বৰামেও তাৰ ডাঙৰ ককায়েক মনেশ্বৰৰ লগত আপং খোৱা দিগন্তই দেখিছিল। পাঁচ ফুট চাৰি ইঞ্চিমান ওখ ইঞ্জিনীয়াৰ ডিম্বৰাম আৰু আন কন্ট্ৰেক্টৰবোৰক কিন্তু ককায়েক মনেশ্বৰৰ দৰে দেহা ফুলি যোৱাকৈ শকত হোৱা দিগন্তই দেখা পোৱা নাছিল। নিজৰ ডাঙৰ পুতেকৰ স্বাস্থ্যৰ প্ৰতি লক্ষ্য কৰি নিৰক্ষৰ হোৱা স্বত্বেও মাক হিচাপে দুঃচিন্তাত পৰা কথাটো বোৱাৰীয়েক লীলাৱতীক কোৱাতো একো দোষণীয় নাছিল বুলিয়েই দিগন্তৰ ভাব হৈছিল। ব্যৱসায় কৰিছে টাউনত থকা বাবে, ডাঙৰ পুতেকলৈ মাকৰ ঈৰ্ষা হ'বলৈবা কিতো আছে? দুখীয়া হ'লেও গাঁৱৰ চাংঘৰৰ উত্তৰ-পশ্চিম কোণত থকা গৰুৰ গোহালি ঘৰটোৰ সমানহে ডাঙৰ মাটিঘৰত ডাঙৰ পুতেক মনেশ্বৰে ঘৈণীয়েক লীলাৱতীহঁতক লগত লৈ থাকে বুলি নিৰক্ষৰ মাকেও জানিছিল। ডাঙৰ ব্যৱসায় কৰিছো বুলি কৈ গাঁৱৰ বাহিৰত থকা ডাঙৰ পুতেক মনেশ্বৰে বিহুলৈ বুলি ভায়েক-ভনীয়েক কেইটালৈ এজোৰ নতুন কাপোৰো কিনি দি নোপোৱা স্বত্বেও বুঢ়ীমাকে তাক লৈ গৌৰৱ কৰে বুলি দিগন্তই জানিছিল। কলেজ পাছ কৰি বিশ্ববিদ্যালয়ত পঢ়ে বুলি জানিও, ঘৰখনত যাৰ মাহ জোৰাকৈ ভাত খোৱাৰ খেতি নহয় বুলি জানিও ভায়েকক পঢ়া-শুনাৰ খৰছ এপইচাও নিদিয়ে বুলি জানি নিৰক্ষৰ মাকে দিগন্তৰ আগত আক্ষেপ কৰা সি পাইছিল। তৎসত্বেও ডাঙৰ পুতেক মনেশ্বৰৰ স্বাস্থ্যৰ প্ৰতি চিন্তিত হোৱাত তাৰ মাকক বৌৱেক লীলাৱতীয়ে শ্ৰদ্ধা বা কৃতজ্ঞতা জনোৱাতোহে উচিত আছিল বুলি দিগন্তই ভাবিছিল।

নিৰক্ষৰ মাকৰ লগত ডাঙৰ ককায়েক মনেশ্বৰ আৰু বৌৱেক লীলাৱতীৰ কথা দিগন্তই বৰকৈ পতা নাছিল। বিহুৰ বন্ধত ঘৰলৈ আহিলে মাকে ৰান্ধি দিয়া বনৰীয়া শাক-পাচলিৰ লগত গাহৰি মাংস, শুকান মাছৰ পিটিকা, সিজোৱা লাই শাকৰ পাত আদি তৃপ্তিৰে খাবলৈ পালেই বিশ্ববিদ্যালয়ত এম, এ পঢ়ি থকা দিগন্তই নিৰক্ষৰ মাকৰ প্ৰতি শ্ৰদ্ধাত মূৰ দোৱাইছিল। দিগন্তৰ এনে শ্ৰদ্ধা ঘৰখনৰ কাৰো প্ৰতিয়েই নাছিল। এই কথা নিৰক্ষৰ মাকেও হয়তো বুজি পাইছিল। নিৰক্ষৰ মাকে ৰন্ধা ভাত-তৰকাৰী অতি তৃপ্তিৰে খাওঁতে দিগন্তক মাকে মিচিং ভাষাত কৈছিল,

'তোৰ ডাঙৰ ককায়েৰৰ লক্ষণ মই বৰ ভাল দেখা নাই। তোৰ বাদে ঘৰখনৰ কাৰোৰেই লক্ষণ আচলতে মই ভাল দেখা নাই। তই ক'ত কি পঢ়িছ নাজানো,

ঘৰখনৰ সন্মান ৰক্ষা কৰাতো তোৰেই দায়িত্বত এৰি দিছো আৰু। তই য'তেই থাক তাতেই নিজকে চম্ভালি থাকিবি, ডাঙৰ ককায়েৰৰ দৰে নহ'বি।'

ভাত খাই থাকোতে নিৰক্ষৰ মাকৰ কথা শুনি দিগন্তৰ হুক্‌হুকাই কান্দি দিবৰ মন গৈছিল। কোনোমতে নিজকে চম্ভালি তলমূৰলৈ ভাত খাই থাকোতে মাকে পুনৰ কৈছিল,

'তহঁত গোটেই মথাই ঘৰৰ বাহিৰত থাকিলে তহঁতলৈ মনত পৰে দেচোন। তোৰ ডাঙৰ ককায়েৰ মনেশ্বৰে বিয়া-বাৰু কৰাই বাহিৰত থাকিলেও সি মোৰ পেটৰ পোৱালি নহয় জানো? সেয়ে তাৰ স্বাস্থ্য দেখি মই চিন্তিত হৈ বৌৱেৰক কওঁতে তোৰ বৌৱেৰে কি উত্তৰ দিলে শুনিলিয়েই নহয়। ইয়াৰ পৰা উচাৎ মাৰি ওলাই যাওঁতে ভোৰভোৰাই কি কৈ গ'ল মই শুনা নাই বুলি ভাবিছে হ'বলা? সিহঁতে ভৰাৰ দৰে মোৰ কাণ ইমান বেয়া হোৱা নাই দে।'

'সিহঁতক এইবোৰ কৈ লাভ নাই। সিহঁতৰ কথা ভাবিও লাভ নাই। বিয়া-বাৰু কৰাই সন্তানসহ বেলেগ ঠাইত থাকিবলৈ লৈছে যেতিয়া সিহঁতে নিজৰ কথা নিজেই ভৰা উচিত।'

'সিহঁতৰ কথাই নহয়, তহঁতৰ কথাও ভাবো বুলি কৈছিলোৱেই দেখোন। তই সৰুতে ঘৰত থাকোতে চেপা পাতি মাছ ধৰি আনি দিয়া মনত এতিয়াও পৰি থাকে। ঘৰখনৰ ইমান জাক ল'ৰা-ছোৱালীৰ মাজত কোনোৱেই তেনেকৈ মাছ ধৰি খুৱাই নাপালে। সেয়ে তোলৈহে মোৰ বেছিকৈ মনত পৰে, দিগন্ত। তই ডাঙৰ ককায়েৰৰ দৰে নহ'বি কেতিয়াওঁ।'

ঘৰ, গাওঁ আৰু লগৰীয়া সকলোৱেই মতাৰ দৰে নিৰক্ষৰ মাকেও তাক সৰু কালৰ পৰাই দিগন্ত বুলিয়েই মাতে বুলি জানিও তাৰ নাম লৈ সৰু কালৰ চেপা পাতি ঢল পুৰাই মাছ ধৰি অনাৰ কথা কোৱাত দিগন্তৰ ভাল লাগি গৈছিল। নিৰক্ষৰ মাকে আশা কৰা মতেই ভৱিষ্যতে ভাল মানুহ হৈ নিজকে প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিব লাগিব বুলি ভাত খাই থাকিয়েই দিগন্তই মনে মনে সংকল্প লৈছিল।

নিৰক্ষৰ মাকে সন্দেহ কৰা মতেই সঁচাকৈয়ে দিগন্তৰ ডাঙৰ ককায়েক মনেশ্বৰ অসুখত ভুগিছিল। ডিঙি পোট যোৱাকৈ শকত হোৱা বাবে পেটত একোৱেই হজম নোহোৱাত কিনো হৈছে বুলি স্থানীয় চিনাকি ডাক্তৰক দেখুওৱাত ডিব্ৰুগড় মেডিকেল কলেজত ভালকৈ স্বাস্থ্য পৰীক্ষা কৰোৱাবৰ বাবে চিনাকি ডাক্তৰে মনেশ্বৰক পৰামৰ্শ দিছিল। ডিব্ৰুগড় মেডিকেল কলেজত স্বাস্থ্য পৰীক্ষা কৰাওঁতে ডাক্তৰে মনেশ্বৰৰ ছিৰিয়াছ লিভাৰ ছিৰ'ছিছ হৈছে বুলি কৈ অনতিপলমে অসমৰ বাহিৰত ডাঙৰ চিকিৎসালয়ত চিকিৎসা কৰাবলৈ পৰামৰ্শ দিছিল। অসমৰ বাহিৰলৈ গৈ চিকিৎসা কৰোৱাৰ লাগিব বোলাতহে বৌৱেক লীলাৱতীয়ে হুৱাদুৱা লগাইছিল বুলি দিগন্তই

খবৰ পাইছিল। ব্যৱসায় কৰাৰ নামত এপইচাও সঞ্চয় কৰিবলৈ নিশিকা ডাঙৰ ককায়েক মনেশ্বৰৰ অসমৰ বাহিৰত চিকিৎসাৰ বাবে বৌৱেক লীলাবতীয়ে টকা-পইচাৰ বাবে ইঞ্জিনীয়াৰ ডিম্বৰামৰ সহায় বিচাৰিছিল বুলিও দিগন্তই গম পাইছিল। ভৱিষ্যতে কৌদান্ পাতিম বোলা মানুহজনৰ চিকিৎসাৰ বাবে অৱশ্যে ইঞ্জিনীয়াৰ ডিম্বৰামে টকা-পইচা দি সহায় কৰিছিল বুলি দিগন্তই জানিছিল। ককায়েক মনেশ্বৰ চিকিৎসাৰ বাবে মাদ্ৰাজলৈ যাবলৈ ওলাওঁতে একোতেই সহায় কৰিব নোৱাৰি দিগন্তই অপৰাধবোধ কৰিছিল। অপৰাধবোধতকৈ অসহায়বোধহে বেছিকৈ কৰিছিল যেন দিগন্তৰ লাগিছিল কাৰণ এম, এ পঢ়ি থকা অৱস্থাত হোষ্টেলৰ মাহেকীয়া খৰছ দিয়াটোৱেই একপ্ৰকাৰ প্ৰত্যাহ্বানৰ দৰে হোৱা দিগন্তৰ বাবে ককায়েকৰ চিকিৎসাৰ বাবে আৰ্থিক সাহায্য দিয়াতো অসম্ভৱ কথা আছিল। মাদ্ৰাজত চিকিৎসা লৈ ডাঙৰ ককায়েক মনেশ্বৰ নিৰোগী হৈ আহক বুলি ঈশ্বৰলৈ মৌন প্ৰাৰ্থনা জনোৱাৰ বাদে দিগন্তই আন উপায় বিচাৰি পোৱা নাছিল।

মাদ্ৰাজৰ এপ'ল' হস্পিতালত ডেৰমাহ মান থাকি চিকিৎসা লৈ ঘৰলৈ ঘূৰি আহোঁতে ডাঙৰ ককায়েক মনেশ্বৰৰ স্বাস্থ্যৰ বহুত উন্নতি হৈছিল বুলি দিগন্তই শুনিছিল। এম, এ, পাছ কৰি উঠিয়েই এ, চি, এছৰ চাকৰি পাই নামনি অসমত চাকৰি কৰিবলগীয়া হোৱা বাবে দিগন্তই বহু দিন ঘৰলৈ যাব পৰা নাছিল। গাঁৱৰ বাহিৰত থকা ককায়েক মনেশ্বৰহঁতৰ খবৰ লোৱাৰো আঁহৰি পোৱা নাছিল। তথাপিও দিগন্তই ককায়েক মনেশ্বৰৰ স্বাস্থ্যৰ খবৰ ল'বলৈ চেষ্টা কৰিছিল চিঠি যোগে। চিঠি যোগেই দিগন্তই গম পাইছিল যে, লিভাৰ ছিৰ'ছিছৰ চিকিৎসাধীন ককায়েক মনেশ্বৰে মদ খোৱা একেবাৰে এৰি দিলে পুৰঠ বয়সলৈ জীয়াই থাকিব, আকৌ মদ খোৱা আৰম্ভ কৰিব লাগিলে এবছৰ মানহে জীয়াই থাকিব বুলি এপ'ল' হস্পিতালৰ ডাক্তৰে কৈ পঠাইছিল।

এপ'ল' হস্পিতালৰ ডাক্তৰৰ কথাই শেষত ফলিয়াইছিল। মাদ্ৰাজৰ পৰা ঘূৰি আহিয়েই বেমাৰ ভাল হ'ল বুলি লুকাই-চুৰকৈ ককায়েক মনেশ্বৰে মদ খাবলৈ পুনৰ আৰম্ভ কৰিছিল বুলি দিগন্তই খবৰ পাইছিল। ফলত ঠিক এবছৰৰ পিছত ককায়েকক ডিব্ৰুগড় মেডিকেল কলেজত ভৰ্ত্তি কৰিবলগীয়াত পৰিছিল। ডিব্ৰুগড় মেডিকেল কলেজৰ ডাক্তৰে চিকিৎসা কৰি আৰু লাভ নাই বোলাত গাঁৱৰ ঘৰলৈ ককায়েক মনেশ্বৰক লৈ অনাৰ কথাও দিগন্তই গম পাইছিল। এসপ্তাহ মানৰ ভিতৰত গাঁৱৰ চাংঘৰত জন্মগ্ৰহণ কৰা ককায়েক মনেশ্বৰে লিভাৰ ছিৰ'ছিছত ভূগি গাঁৱৰ চাংঘৰতে শেষ নিশ্বাস ত্যাগ কৰিছিল। আইন-শৃংখলাৰ কৰ্ত্তব্যত ব্যস্ত থকা বাবে ককায়েক মনেশ্বৰৰ মৃত্যুৰ খবৰ পায়ো দিগন্তই গাঁৱৰ ঘৰলৈ সময়মতে যাব পৰা নাছিল। সি গাঁৱৰ ঘৰলৈ গৈ পোৱা মানে ককায়েক মনেশ্বৰৰ মৃতদেহ সৎকাৰ

কৰা হৈ গৈছিল। মৃত ককায়েক মনেশ্বৰৰ আত্মাৰ সদগতিৰ বাবে মৌন প্ৰাৰ্থনা জনোৱাৰ বাদে ভায়েক হিচাপে দিগন্তৰ কৰিবলৈ একোৱেই নাছিল।

মৃত ককায়েক মনেশ্বৰৰ হৈ অৱশ্যে ইচ্ছা কৰা হ'লে দিগন্তই এটা কাম কৰিব পাৰিলেহেঁতেন। চাৰি-পাঁচ বছৰীয়া তিনিটা সন্তানৰ মাতৃ বিধবা বৌৱেক লীলাৱতীক উদ্ধাৰ কৰোঁ বুলি মিচিং বিবাহ প্ৰথা মতে বিয়া কৰাব পাৰিলেহেঁতেন। কিন্তু তাৰ বাবে মানসিকভাৱে দিগন্ত কোনোৰকমেই প্ৰস্তুত নাছিল। নিৰক্ষৰ মাকৰ প্ৰতি কৰা বৌৱেক লীলাৱতীৰ ব্যৱহাৰ দিগন্তই পাহৰিব পৰা নাছিল ঘৰখনৰ দুখৰ দিনটো। সেয়ে বৌৱেক লীলাৱতীক লৈ তেনে কথা ভবাটোও উচিত নহয় বুলি দিগন্তই ভাবিছিল।

তেনে অৱস্থাতো বৌৱেক লীলাৱতীৰ ল'ৰা-ছোৱালী কেইটাক নিজৰ সন্তানৰ দৰেই দিগন্তই জ্ঞান কৰিছিল। নিজে বিয়া কৰোৱাই সন্তানৰ পিতৃ হোৱাৰ পিছত এইভাব দিগন্তৰ বেছিকৈ হৈছিল। অফিচৰ পৰা কেনেবাকৈ পলমকৈ ঘূৰি গ'লে নিজৰ সন্তানে যেনেকৈ দিগন্তক দেউতা, দেউতা, কিয় পলম হ'ল বুলি সোধা নতুবা অফিচ কৰি থাকোতেই কেতিয়াবা টেলিফোনত পুতলা, খোৱা বস্তু আনি দিবৰ বাবে কোৱাৰ দৰে বৌৱেক লীলাৱতীৰ সন্তান কেইটাইও মৃত দেউতাকক কেতিয়াবা নিশ্চয় বিচাৰে বুলি ভাবি দিগন্তই বিধৱা বৌৱেকৰ ল'ৰা-ছোৱালী তিনিটাক সাধ্যানুসৰি সহায় কৰিছিল। বৌৱেক লীলাৱতীৰ ডাঙৰ জী লাৱণ্যক একেবাৰে নিজৰ জীৰ দৰেই দিগন্তই জ্ঞান কৰিছিল। লাৱণ্যৰ তলৰ প্ৰদীপে বি, এ, পাছ কৰাৰ আশা নাই বুলি যিকোনো চৰকাৰী চাকৰিত ভৰাই দিব লাগে বুলি বৌৱেক লীলাৱতীয়ে কোৱাত, ককায়েক মনেশ্বৰ জীয়াই থকা দিনৰ খং-অভিমান পাহৰি দিগন্তই সহায় কৰিছিল। চিনাকি সহকৰ্মীৰ যোগেদি প্ৰদীপক চতুৰ্থ শ্ৰেণীৰ চাকৰিত মকৰল কৰাত দিগন্তই সহায় কৰি দিছিল। বি, এ, ফেইল কৰি ব্যৱসায় কৰো বুলি কৈ থকা প্ৰদীপে চতুৰ্থ শ্ৰেণীৰ চাকৰি হ'লেও কৰিবলৈ ৰাজি হোৱাত ভবিষ্যতে দেউতাক মনেশ্বৰৰ দৰে হোৱাৰ ভয় ভাবটো বিধবা বৌৱেক লীলাৱতীৰ মনৰ পৰা আঁতৰ হৈছিল বুলি দিগন্তই খবৰ পাইছিল।

বিধবা বৌৱেক লীলাৱতীৰ দ্বিতীয় সন্তান প্ৰদীপে চতুৰ্থ শ্ৰেণীৰ চাকৰিত যোগদান কৰাৰ পিছতে ডাঙৰ জীয়েক লাৱণ্যৰ বিয়া-বাৰুৰ কথা ৰবকৈ ওলাইছিল। দুবাৰমান পৰীক্ষা দিও লাৱণ্যই বি, এ, পাছ কৰিব নোৱাৰা বাবে বৌৱেক লীলাৱতীয়ে নিজ জনগোষ্ঠীৰ ল'ৰা এটা চাই দিবলৈ দিগন্তক কৈছিল। লাৱণ্যৰ বিয়া-বাৰুৰ কথা পাতিবলৈকে তাইক লগত লৈ বৌৱেক লীলাৱতী দিগন্তৰ চাকৰি কৰা টাউনখনলৈ কেইবাবাৰো আহিছিল। দিগন্তৰ ঘৈণীয়েক মীৰাই দিয়া খবৰমতে বেংকত চাকৰি কৰা ল'ৰা এজনো ওলাইছিল। একেখন চহৰতে বেংকত চাকৰি কৰা প্ৰদ্যুৎ বোলা ল'ৰাজনক চৰকাৰী কোৱাৰ্টাৰলৈ মাতি আনি দিগন্তৰ ঘৈণীয়েক মীৰাই লাৱণ্যৰ

লগত চিনাকি কৰাই দিছিল। প্ৰথম চিনাকিতে প্ৰদ্যুতে লাৱণ্যক পছন্দ কৰিছিল। পছন্দ কৰাৰ প্ৰধান কাৰণ আছিল লাৱণ্যৰ দেউতাক নথকাৰ দৰে প্ৰদ্যুতৰো দেউতাক নাছিল। পাচোঁটা সন্তানৰ ভিতৰত সিয়েই ডাঙৰ আছিল বাবে বিধৱা মাকে প্ৰদ্যুতৰ বিয়া সোনকালে কৰাই দিয়াৰ কথা দিগন্তক কৈছিল। বিয়া-বাৰুৰ কথা লৈ বিধৱা বৌৱেক লীলাৱতী আৰু লাৱণ্যক লগত লৈ একেখন চহৰতে ভাৰা ঘৰত থকা প্ৰদ্যুৎহঁতৰ ঘৰলৈ ফুৰাবলৈ নিছিল। এতিয়াৰে পৰা মিতিৰ হ'লো বুলি ধেমালিতে কৈ প্ৰদ্যুতৰ বিধৱা মাকে দিগন্তহঁতক মাছে-মাংসই ভাত এসাঁজ খুৱাই পঠাইছিল।

লাৱণ্যৰ বিয়া-বাৰুৰ কথা লৈ ইমানখিনি আগবঢ়াৰ পিছত দিগন্তৰ বিধৱা বৌৱেক লীলাৱতী ঘৰলৈ ঘূৰি যোৱাৰ পিছত হঠাৎ একেবাৰে নিশ্চুপ হৈ পৰিছিল। বিধৱা বৌৱেক লীলাৱতী এনেদৰে নিশ্চুপ হৈ পৰাৰ কাৰণ আছিল লাৱণ্যৰ বিয়াৰ কথা ওলাইছে বুলি গম পাই ইঞ্জিনীয়াৰ ডিম্বৰামে তেওঁৰ মাজু পুতেক অৰূপলৈ বিয়াৰ প্ৰস্তাৱ দিয়াতো। লাৱণ্যৰ দেউতাক মনেশ্বৰ জীয়াই থাকোতেই কীদান্ পাতিম বুলি কথা দিয়াৰ মতে এতিয়া মিতিৰ পাতিব লাগে বুলি ইঞ্জিনীয়াৰ ডিম্বৰামে প্ৰস্তাৱ দিয়াত দিগন্তৰ বিধৱা বৌৱেক লীলাৱতীয়ে তেনে প্ৰস্তাৱ অগ্ৰাহ্য কৰিব নোৱাৰিলে। দিগন্তই ইঞ্জিনীয়াৰ ডিম্বৰামৰ মাজু পুতেক অৰূপক ছাত্ৰাৱস্থাৰ পৰাই জানিছিল। লাৱণ্যৰ দেউতাক মনেশ্বৰে মেট্ৰিক সাতবাৰ ফেল কৰি সাতবছৰমান ব্যৱসায় কৰাৰ পিছতহে মদ খোৱাতো বেছি কৰিছিল। তেনে অৱস্থাতো লিভাৰ ছিৰ'ছিছ হৈ পঞ্চাশ বছৰ নৌহওঁতেই সি ঢুকাইছিল। ইঞ্জিনীয়াৰ ডিম্বৰামৰ মাজু পুতেক অৰূপে হাইস্কুলত পঢ়া দিনৰ পৰাই মদ খাইছিল বুলি দিগন্তই জানিছিল। মাক লীলাৱতীৰ দৰে লাৱণ্যৰো অৱস্থা হ'বগৈ পাৰে বুলি শংকাত মিচিং নিয়মমতে পলুৱাই আনিবলৈ বেংকত চাকৰি কৰা প্ৰদ্যুতক লাৱণ্যৰ ওচৰলৈ দিগন্তই পঠাইছিল। মাকে যি কয় তাকেই শুনিম বুলি লাৱণ্য প্ৰদ্যুতৰ লগত পলাই নাহিল।

অৱশেষত লাৱণ্যৰ বিয়া ইঞ্জিনীয়াৰ ডিম্বৰামৰ মাজু পুতেক অৰূপৰ লগতেই হ'লগৈ। লাৱণ্যৰ দেউতাক মনেশ্বৰৰ পিতৃগৃহত মিতিৰ পাতিব লাগে বোলাত দিগন্তই পৰিয়ালসহ ঘৰলৈ যাব লগা হৈছিল। লাৱণ্যৰ দেউতাক মৃত মনেশ্বৰৰ অনুপস্থিতিত ইঞ্জিনীয়াৰ ডিম্বৰামে বয়সত কম হ'লেও দিগন্তকে কীদান্ হিচাপে জ্ঞান কৰিলে। সাধাৰণভাৱে পতা মিতিৰৰ কাম-কাজখিনি হৈ যোৱাৰ পিছত কীদান্ ডিম্বৰামক দিগন্তই গাওঁখনৰ সম্পৰ্কীয়ৰ চাংঘৰলৈ লৈ গৈ সকলোৰে সৈতে চিনাকি কৰাই দিছিল।

জন্মৰে পৰা সৰু জুপুৰীহেন ঘৰত ডাঙৰ-দীঘল হোৱা লাৱণ্যই অৰূপৰ লগত বিয়া হোৱাৰ পিছত ইঞ্জিনীয়াৰ ডিম্বৰামৰ আহল বহল চৌহদৰ বৃহৎ পকীঘৰত

থাকিবলৈ পাই হয়তো আৰম্ভণিতে সুখী হৈছিল। বিয়াৰ কেইমাহমানৰ পিছত দিগন্তৰ ঘৰলৈ গিৰিয়েক অৰূপৰ সৈতে আহোঁতে লাৱণ্যৰ মুখত তেনে এক অভিব্যক্তিয়েই দিগন্তই লক্ষ্য কৰিছিল। নিজৰ জীক ইঞ্জিনীয়াৰ ডিম্বৰামৰ পুতেকলৈ বিয়া দিব পৰাতো ডাঙৰ কৃতিত্ব বুলি লাৱণ্যৰ মাক লীলাৱতীয়ে নিশ্চয় গৌৰৱ অনুভৱ কৰিছে বুলি দিগন্তই অৰূপহঁতক দেখি কল্পনা কৰি চাইছিল।

বিয়াৰ এবছৰমানৰ পিছতে দিগন্তই থকা চহৰখনলৈ গিৰিয়েক অৰূপৰ চিকিৎসাৰ বাবে কেইবাবাৰো আহোঁতে লাৱণ্যৰ মুখখন তেনেই শেঁতা পৰা দিগন্তই লক্ষ্য কৰিছিল। বিয়াৰ আগৰ পৰাই অৰূপ লিভাৰ ছিৰ'ছিচ্ ৰোগত ভুগি থকাৰ কথা আৱিষ্কাৰ কৰি লাৱণ্যক তেনেই হতাশ হোৱা দিগন্তই লক্ষ্য কৰিছিল। আৰু দিগন্তই সন্দেহ কৰা মতেই লাৱণ্যৰ বিয়াৰ দুবছৰৰ পিছত অঘটনটো ঘটিল। লাৱণ্যৰ গিৰিয়েক অৰূপ চল্লিশ বছৰ নৌহওঁতেই লিভাৰ ছিৰ'ছিচ্ ৰোগত ঢুকাল।

গাভৰু কালতেই বিধৱা হোৱা নিজৰ জী যেন জ্ঞান কৰি অহা লাৱণ্যৰ খবৰ এটা লৈ কৌদান্ ডিম্বৰামকো মাত এষাৰ লগাই যোৱাতো উচিত বুলি ভাবি সৰু চহৰখনলৈ আহি পায়েই দিগন্তই সেয়ে ডিম্বৰামৰ ঘৰলৈ গৈছিল। দিগন্ত ড্ৰয়িং ৰুমত বহাৰ লগে লগে পাঁচফুট চাৰি ইঞ্চিমান ওখ চাকৰিৰ পৰা অৱসৰ লোৱা কেইবা বছৰো হোৱা পিছতো স্বাস্থ্য অটুট থকা যেন লগা ইঞ্জিনীয়াৰ ডিম্বৰাম ড্ৰয়িং ৰুমলৈ আহি দিগন্তৰ কাষত বহি ক'লে,

'অৰূপ মৰিব বুলি জানিছিলোৱেই, কিন্তু ইমান সোনকালে মৰিব বুলি ভৰা নাছিলো, কৌদান্।'

'এনেকৈ কেলৈ ভাবিছিল, কৌদান্?'

'ইমানকৈ মদ খালে মানুহ জীয়াই থাকিব পাৰে জানো? বিয়া কৰাই দিলে ভাল হ'ব বুলি ভাবিছিলো। নাই নহ'ল। ঘৈণীয়েক আৰু আমাৰ পৰা লুকাই-চুৰকৈ সি মদ খাইছিল।'

'কিন্তু হঠাৎ —।'

'কি ক'ম আৰু কৌদান্। বোৱাৰী মাকৰ ঘৰলৈ কেইদিনমানৰ বাবে গৈছিল। ঘৰত আমিও নথকা অৱস্থাত অৰূপে বৰকৈ খাই দিলে। মই বজাৰৰ পৰা ঘূৰি আহি দেখো যে সি বিচনাত তেজ বমি কৰি পৰি আছে। নাৰ্চিং হোমলৈ খৰ-খেদাকৈ নিয়াত ডাক্তৰে আশা এৰি দি ঘৰলৈকে লৈ যাবলৈ ক'লে। চমুকৈ কথা ইমানেই।'

নিজৰ মাজু পুত্ৰ অৰূপৰ মৃত্যুত মনত আঘাত পালেও দিগন্তৰ আগত প্ৰকাশ নকৰাৰ চেষ্টা কৰি ইঞ্জিনীয়াৰ ডিম্বৰামে কথাখিনি কৈ থাকোঁতে লাৱণ্যই ড্ৰয়িং ৰুমলৈ আহি চাহ-বিস্কুট দিলেহি। লাৱণ্যৰ মুখত দিগন্তই বিশেষ শোকৰ ছাপ পৰা নেদেখিলে। বিয়াৰ পিছতে গিৰিয়েক অৰূপ অসুখীয়া বুলি আৱিষ্কাৰ কৰি লাৱণ্য হয়তো হতাশ হৈ পৰিছিল। গিৰিয়েক অৰূপৰ মৃত্যুতো লাৱণ্যৰ মুখত শোকৰ

ছাপ নপৰাৰ কাৰণ এইটোৱেই হ'ব লাগিব বুলি দিগন্তই ভাৱি থাকোতে ড্ৰয়িং ৰুমৰ সিফালৰ পৰা অৰূপৰ মাকে ডাঙৰকৈ মিচিং ভাষাত কোৱা শুনিলে,

'কৌদানই, আনীদৗই মিম্বং মিত্তুপ্ দনী জাতী। অমীদৗচিন্ আনী গীচুলা ঙক্ আৱদক্ মিত্তুপ্ দত্তঃ।'

— কৌদানই, মাকেই মতাৰ মূৰ খোৱা জাত! মাক চাই জীয়েক হোৱা বাবে বোৱাৰীয়েও মোৰ ল'ৰাৰ মূৰ খালে!'

সৰু কালৰ পৰাই অসমীয়া কোৱা, অসমীয়া ভাষাই মাতৃভাষা হোৱা লাৱণ্যই মিচিং ভাষাত কোৱা কথাখিনি বুজি নাপাব বুলি ভাৱি তাচ্ছিল্যৰ সুৰত ইঞ্জিনীয়াৰ ডিম্বৰামৰ ঘৈণীয়েকে কোৱা বুলি দিগন্তই ধৰি ল'লে।

'পুত্ৰ হেৰুৱাই মনৰ দুঃখতে বুঢ়ীয়ে এইবোৰ গাইছে। কৌদানে বেয়া নাপাব। মোৰ যিমান সম্পত্তি আছে সকলোকে সমানে ভগাই দিম। বোৱাৰীয়েও তাৰ ভাগ পাব। কৌদাননিক কথাটো কৈ দিব, কৌদান্। যোৱাতো গ'লেই, নিজৰ দোষতে গৈছে, তাক লৈ দুঃখ কৰি থাকি লাভ নাই।'

কৌদান্ ডিম্বৰামৰ লগত বহু সময় কথা পাতি দিগন্ত আৱৰ্ত্ত ভৱনলৈ বুলি গুচি আহিছিল। ঘূৰি আহোঁতে কৌদাননিয়ে কোৱা কথা কেইষাৰিয়ে দিগন্তক বৰকৈ আমনি কৰিছিল। গিৰিয়েকৰ অকাল মৃত্যু ঘটিলেই তিৰোতাক মতাৰ মূৰ খোৱা বুলি ক'ব পাৰিনেকি? পুত্ৰ হেৰুওৱা সকলো মাকেই বোৱাৰীয়েকক তেনেকৈ কয় নেকি? দিগন্তৰ ডাঙৰ ককায়েক মনেশ্বৰ মৰোতে নিৰক্ষৰ মাকে বোৱাৰী লীলাৱতীক তেনেকৈ কোৱা সি শুনা নাছিল। বৰঞ্চ নিজৰ কৰ্মফল নিজেই ভুগিব লাগিব বুলি নিৰক্ষৰ মাকে দিগন্তক কৈছিল। ইঞ্জিনীয়াৰ কৌদান্ ডিম্বৰাম আৰু নিজৰ নিৰক্ষৰ মাকৰ মানসিকতা ক'ৰবাত কেনেবাকৈ মিলে যেন লাগিছিল দিগন্তৰ।

**শব্দ অৰ্থ ঃ** কৌদান্ — বিয়ৈ

# আচিন্ অই অদাক্

বিশ্ববিদ্যালয়ত পঢ়া দিনৰ কথাবোৰ মনত পৰাত জীতেনৰ বেয়া লাগিল।

চল্লিছৰ দেওনা পাৰ হৈ দুটা সন্তানৰ পিতৃ হোৱাৰ পিছত নিয়মমতে সি বিশ্ববিদ্যালয়ত পঢ়া দিনৰ কথাবোৰ মনত পেলাব নালাগিছিল। অতীতৰ ছাত্ৰ জীৱনৰ কথাবোৰ মনত নেপেলাও বুলি ভাবিও নিজান পৰিবেশত অকলশৰে থকা অৱস্থাত ঘৰৰ পৰিয়াল আৰু সন্তানৰ কথা মনত পৰাতকৈও তাৰ মনত পৰিল বিশ্ববিদ্যালয়ত পঢ়া দিনবোৰলৈহে। তাকো অসমৰ পৰা বহু দূৰত হায়দৰাবাদত।

হায়দৰাবাদৰ শিৱৰামপল্লি হায়দাৰাবাদ-বাঙ্গালোৰ ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত অৱস্থিত চৰ্দাৰ বল্লৱভাই পেটেল ৰাষ্ট্ৰীয় আৰক্ষী প্ৰশিক্ষণ কেন্দ্ৰত এসপ্তাহৰ বিশেষ প্ৰশিক্ষণত যোগদান কৰিবলৈ জীতেন আহিছিল। সৰু-সুৰা শিলাময় টিলাৰে ভৰা ইংৰাজীত 'নেচনেল পুলিচ অকাডেমী' বোলা ভাৰতীয় আৰক্ষী সেৱাৰ বিষয়াৰ প্ৰশিক্ষণ কেন্দ্ৰত ছুইমিং পুলৰ প্ৰায় কাষতে থকা কৰ্ণাটক ভৱনৰ তিনি নং কোঠাটোত জীতেনক থাকিবলৈ দিয়া হৈছিল। ভাৰতীয় আৰক্ষী সেৱাৰ চাকৰিত শীৰ্ষ পৰ্যায়ৰ বিষয়া হোৱাৰ পিছত খোৱা নিম আৰু আন বহু বিধৰ গছে আগুৰি ৰখা কৰ্ণাটক ভৱনটোত পুৱা, দুপৰীয়া বা ৰাতি অকলশৰে ৰুমত থাকিলেই অতীতৰ কথাবোৰে জীতেনক অসম্ভৱ আমনি কৰিছিলহি।

পুৱা পাঁচটা বজাত বিছনা এৰি ছটামান বজাত যোগাসনৰ বাবে ওলাই যাওঁতে পশ্চিমৰ আকাশত জোনটো গছৰ ডালৰ ফাঁকেদি দেখিলে জীতেনক অসহ্যকৰ এক অকলশৰীয়া ভাৱে পীড়া কৰিছিল। পুৱাৰ ফৰকাল নিজান পৰিবেশত পেৰেড গ্ৰাউণ্ড আৰু প্ৰশাসনীয় ভৱনৰ মাজেদি অকলশৰে যাওঁতে ফাগুণৰ ৰিব্ ৰিব্ বতাহে দেহত অলপ জাৰ যেন ভাব আহোঁতে কুলী চৰাইৰ মাত শুনি জীতেনৰ মনত পৰিছিল ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা মোহনাঘাট হৈ কেঁৰীত ব্ৰহ্মপুত্ৰ পাৰ হৈ দেউৰীঘাটৰ নামঘৰীয়াত আলিয়াই লিগাং উৎসৱত যোগদান কৰিবলৈ যোৱাৰ কথা। আলিয়াই লিগাং উৎসৱত যোগদান কৰিবলৈ যোৱাতকৈ তাৰ সহপাঠী কাকলি কামানৰ লগত যাবলৈ পোৱাটোহে জীতেনৰ বাবে ডাঙৰ কথা আছিল।

কাকলি কামানৰ দেউৰীঘাটত থকা সম্পৰ্কীয়ৰ ঘৰত ৰাতিটো কটাই পুৱা প্ৰাতঃকৰ্মৰ বাবে বিৰিণাৰে আগুৰা চাপৰিলৈ যাওঁতে ফাগুণৰ ৰিব্ ৰিব্ বতাহজাক হায়দৰাবাদৰ নেচনেল পুলিচ অকাডেমীৰ পুৱাৰ বতাহজাকৰ দৰে আছিল। কাকলি কামান লগত থকা বাবে তেতিয়া অৱশ্যে অকলশৰীয়া ভাবটোৱে জীতেনক পীড়া কৰা নাছিল। প্ৰাতঃকৰ্মৰ পৰা ঘূৰি আহি কাকলি কামানৰ সম্পৰ্কীয়ৰ চাংঘৰৰ বাৰান্দাৰ সমুখত ধান খুন্দা উৰালৰ কাষত থিয় হৈ চাপৰিৰ অজান গছৰ ডালৰ টুকুৰাৰে দাঁত ঘঁহি কঁকালত কলহ লৈ ঘাটলৈ যাবলৈ ওলোৱা কাকলিৰ লগত কথা পতা জীতেনৰ এতিয়াও স্পষ্টকৈ মনত আছে।

ঃ পুৱাই কলহ লৈ ক'লৈ ওলালা?

ঃ ঘাটলৈ যাওঁ। একেবাৰে গা ধুই পানীও আনিম।

ঃ অকলে যাবানে?

ঃ এই ভাগিন ছোৱালীজনীও যাব। তাই ওলাইছে।

ঃ ময়ো যাওঁ নেকি লগত?

ঃ যাব পাৰা, পিছে ঘাটৰ ঠাণ্ডা পানীত গা ধুলে তোমাৰ জ্বৰ-তৰ হ'ব পাৰে।

ঃ তোমাৰ নহ'ব হ'বলা?

মই আকৌ এনে পৰিবেশতে ডাঙৰ হোৱা। মোৰ একো নহয়। তোমাৰ জ্বৰ-তৰ হ'লে দিগদাৰ পাবা। তাতে চেঁচা বতাহ কেনেকৈ বলি আছে দেখিছাই নহয়।

তোমাৰ যদি একো নহয়, মোৰ কিয় হ'ব? ব'লা তোমাৰ লগতে ময়ো যাওঁ।

কাকলি কামানৰ লগত ঘাটলৈ গৈ পাৰত বৈ থাকি জীতেনে কাকলি আৰু তাইৰ ভাগিন ছোৱালীজনীয়ে গা-ধোৱালৈ লক্ষ্য কৰি আছিল। ফাগুণ মাহৰ পুৱাৰ ৰিব্ ৰিব্ বতাহে তাৰ গা জাৰত কঁপাই তুলিছিল। পুৱাৰ তেনে বতৰত কাকলি কামানে ঘাটৰ চেঁচা পানীত সাঁতুৰি গা ধুইছিল। বুকুলৈকে মেথনি মাৰি সাতোঁৰোতে তাইৰ পিছফালে বেলুনৰ দৰে মেখেলাখন ফুলি উঠিছিল। তাইলৈকে থৰ লাগি চাই থকা দেখি একঁকাল পানীত থিয় কাকলি কামানে হাঁহি মাৰি তাক কৈছিল,

ঃ অই, তুমি তেনেকৈ কিয় চাই আছা? লাজ লাগে নহয়, তুমি গা নোধোৱা নেকি?

ঃ তোমাক চোৱা নাই দিয়া। গা ধুমনে নুধুম ভাবি আছোঁ।

আচলতে জীতেনে কাকলিলৈকে চাই আছিল। কঁকালৈকে পৰা মিহি চুলিৰে শুধ বগা লাহী দেহাত লিপিট খাই পৰা তিতা মেখেলাৰে কাকলিক কোনোবা দেৱী যেন ভাব হৈছিল জীতেনৰ। তাতে কেইডালমান দীঘল তিতা চুলি কাকলিৰ মুখ মণ্ডলত পৰি থোৱাত জীতেনৰ চকুত কাকলি এক অপূৰ্ব ৰূপত ধৰা দিছিল।

ঃ আমাৰ 'গাধোৱা হ'লেই। তুমি ধুই লোৱা। একাঠু পানীত ধোৱা দেই। সাতুৰিবলৈ নজনা বাম ফালৰ মিচিং ল'ৰা ঠাণ্ডা পানীত ডুবিব লাগিলে সৰ্বনাশ হ'ব।

কাকলি কামানৰ কথাত লাজ পাই একাঠুতকৈও কম পানীত নামি শালিকা চৰায়ে গাধোৱাদি ধুই সোনকালে পানীৰ পৰা উঠি জীতেনে গা মচি কাপোৰ পিন্ধি ল'লে। দক্ষিণ পাৰৰ নগাপাহাৰৰ দাঁতিৰ গাঁৱৰ ল'ৰা জীতেনে বৰ লুইতৰ দৰে পানীত সাঁচাই গা ধুই নোপোৱা বাবে ফাগুণ মাহৰ ঠাণ্ডা পানীত ভালকৈ গা নুধোৱা স্বত্বেও কঁপিবলৈ ধৰিলে। ঠাণ্ডাত কঁপা দেখি কাকলি কামানে তাইৰ শুকান চাদৰখন দি ক'লে,

ঃ গাত ঠাণ্ডা পাইছা নেকি? এই লোৱা, মোৰ শুকান চাদৰখনকে গাত লোৱা। জ্বৰ উঠিব লাগিলে তোমাৰ আলিয়াই লিগাং খোৱা নহ'বগৈ আৰু।

কাকলি কামানে দিয়া চাদৰখন লৈ ঘাটৰ পৰা খৰধৰকৈ ঘৰলৈ আহি চাংঘৰৰ জুইশালৰ কাষত বহি জুইৰ উম লৈহে সেইদিনা জীতেনে ঠাণ্ডাৰ পৰা ৰক্ষা পাইছিল। ৰঙচুৱা আহুধানৰ চাউলৰ গৰম ভাত, শুকান মাছ আৰু নতুন আলু ভাজিৰ লগত খোৱাৰ আগতে দুবাটি মান পকা পঃৰ আপং খোৱাৰ পিছত জীতেনৰ গাৰ ঠাণ্ডা লগা ভাব আঁতৰিছিল। কাকলিয়ে দিয়া শুকান চাদৰখনৰ গোন্ধ এতিয়াও যেন নাকত লাগিয়েই আছে তেনে ভাব হ'ল জীতেনৰ।

লেফ্‌ট-ৰাইট্-লেফ্‌ট, বাঁয়ে-দাহিনে-বাঁয়ে-থাম, ৰাষ্টাৰ সোঁকাষত থকা পেৰেড গ্ৰাউণ্ডত প্ৰশিক্ষণৰত ভাৰতীয় আৰক্ষী সেৱাত নতুনকৈ যোগদান কৰা বিষয়াসকলক পেৰেডৰ প্ৰশিক্ষণ দি থকা প্ৰশিক্ষকৰ কঢ়া মাত শুনি জীতেনৰ তন্দ্ৰা ভঙাৰ দৰে লাগিল। পুৱা ছটা বজাত পি টি ড্ৰেছ পিন্ধি ফাগুণৰ বিব্ বিব্ বতাহত অকলশৰীয়া ভাৱ এটা আহোঁতে অতীতৰ কথাবোৰ তাৰ অজ্ঞাতেই মনলৈ আহিছিল। অতীতৰ কথাবোৰে তাক কিয় আমনি কৰাত লাগিলহি, সি নিজেই ক'ব নোৱাৰা হৈছে। সি থকা কৰ্ণাটক ভৱনটোৰ কাষতে পূব দিশে থকা ছুইমিং পুলত কেতিয়াবা সাতুৰিবলৈ গ'লেও কাকলি কামানৰ লগত উৰীঘাটত ব্ৰহ্মপুত্ৰত গা ধোৱা কথাবোৰ মনলৈ আহে। হায়দৰাবাদ চহৰৰ নাতি দূৰত থকা প্ৰখ্যাত ৰামুজী ফিল্ম চিটীত ফুৰিবলৈ যাওঁতেও প্ৰতিক্ষণে কাকলিৰ কথাকে জীতেনৰ মনত পৰিছিল। অপূৰ্ব সুন্দৰ ৰামুজী ফিল্ম চিটীত হাতত হাত ধৰি ফুৰি কাকলি কামানৰ মিঠা মাত শুনিবলৈ পোৱা হ'লে জীতেনৰ কিমানেই যে ভাল নালাগিলহেতেন। হায়দৰাবাদ চহৰৰ মিউজিয়াম দৰ্শন কৰোঁতে তাহানিৰ নিজামে পত্নীৰ বাবে দিয়া সোণ, হীৰা আৰু মুকুতাৰ আ-অলংকাৰবোৰ দেখি জীতেনৰ ভাব হৈছিল আজি কাকলি লগত থকা হ'লে সোণ-হীৰাৰ অলংকাৰ দিব নোৱাৰিলেও, অন্ততঃ হায়দৰাবাদৰ প্ৰখ্যাত মুকুতাৰ মালাকে উপহাৰ হিচাপে দিব পাৰিলেহেতেন।

কাকলি কামানৰ কথা এইহেন বয়সত বাৰে বাৰে আহি থকা বাবে জীতেনৰ গা মন ভাল লগা নাছিল। উৰুঙা এটা ভাবে অহৰহ পীড়া কৰি থকাত সি একোতেই মন বহাব পৰা নাছিল। অনবৰত অন্যমনস্ক হৈ থকা দেখি একেই প্ৰশিক্ষণৰ বাবে নতুন দিল্লীৰ পৰা অহা বিষয়া এজনে জীতেনক ধেমেলীয়া সুৰত ইংৰাজীত সুধিছিল

আপোনাক অনবৰত অন্যমনস্ক হৈ থকা দেখোঁ গা চা বেয়া নেকি আকৌ।

গা ভালেই দিয়ক মনহে বেয়া।

ঘৰলৈ মনত পৰিছে চাগে। ঘৰত কাৰোবাৰ অসুখ কিসুখ নেকি?

তেনেকুৱাও নহয়। এনেয়ে মন বেয়া লাগি আছে।

আন কিবা কথা আছে নেকি?

নাই।

মানে সেই পতি পত্নী অউৰ ব জাতীয়?

ঠিক তেনেকুৱাও নহয়।

তেতিয়া হ'লে অতীতলৈ মনত পৰিছে নহয়? মোৰ ধাৰণাতো সঁচানে? মিছা নেমাত্তিব দেই।

অলপ তেনেকুৱাই।

এৰা ইয়াত যিহে শুকান ৰতৰ নিজান পৰিবেশ অতীতলৈ মনত পৰাতো স্বাভাৱিক।

মোৰ মনৰ কথা আপুনি কেনেকৈ ধৰিব পাৰিলে?

সুধি সুধি। আপোনাক মন বেয়া লগাৰ কাৰণবোৰ সোধা নাছিলো জানো? মন মাৰি থকাৰ কাৰণ এটাতো লাগিব।

: এৰা।

আৰু বেছি উদাস যেন লাগিলে অতীত বা প্ৰেম-চেমৰ কথাই হ'ব লাগিব নহয়নে?

এৰা। তেনেকুৱাই।

ইমান উদ্যম সহ'ব বুজিছে। প্ৰতিজন ব্যক্তিৰে অতীত এটা আছে। এই ধৰক প্ৰথম প্ৰেমৰ কথাবোৰ। প্ৰথম প্ৰেম ব্যৰ্থ হ'লে আজীৱন এক পীড়া দি থাকে বুজিছে। আপোনাক আমাৰ এই একাডেমীৰ শুকান নিজান পৰিৱেশে তেনে পীড়াই দিব আহিছে যেন পাওঁ।

আপোনাৰো তেনে অভিজ্ঞতা আছে চাগে।

আছে আছে বহুত আছে। দিল্লীত জন্ম গ্ৰহণ কৰি ডাঙৰ-দীঘল হোৱা মানুহ, জীৱনত কিমান প্ৰেম কৰিলো। প্ৰথম প্ৰেমৰ ব্যৰ্থ যন্ত্ৰণাই মনত আঘাত দিব নোৱাৰা হ'ল বুজিছে।

ঃ তথাপিও মনত নপৰেনে?

ঃ পৰে কেতিয়াবা। প্ৰথম প্ৰেম ব্যৰ্থ হোৱা বাবেইতো প্ৰেমৰ প্ৰতি এক বিৰূপ মানসিকতা মোৰ মনত গা কৰি উঠাত আজিলৈ মই বহু প্ৰেম কৰিলো মোৰ অজ্ঞাতেই।

ঃ আপুনিও কম মানুহ নহয় দেই!

ঃ এইবোৰ কথা এই বয়সত পাতিব নাপায় বুজিছে। মানুহ মাত্ৰেই ভুল কৰে, কোনো মানুহ এশ শতাংশ শুদ্ধ নহয়, হ'বও নোৱাৰে। আপোনালোকৰ গুৱাহাটী হৈ গৈ মিজোৰামৰ আইজালতো মোৰ চাকৰি কৰি অহাৰ অভিজ্ঞতা আছে। বহু ঠাইত বহু প্ৰেম কৰিলো। এইবোৰ এতিয়া এৰিবৰ হ'ল। কালিলৈ পুৱা মোক জিমনেচিয়ামলৈ যাওঁতে লগ ধৰিবচোন। দেহৰ ওজন বাঢ়িছে, এইকেইদিন অলপ কমাব পাৰোৱেইবা।

ঃ এৰা, এনেবোৰ কথা নভবাটোৱেই ভাল হ'ব যেন পাওঁ। পুৱা ওলাব তেতিয়াহ'লে জিমনেচিয়ামত ওজন কমাবলৈ অলপ ইটো-সিটো দাঙিম।

ঃ আপোনাৰ ওজন কমাবলগীয়া নাই দিয়ক। এইটো কোৰ্চত অহা বিষয়াসকলৰ ভিতৰত আপুনিয়েই আটাইতকৈ ফিজিকেলি ফিট অৰ্থাৎ আমাৰ কোৰ্চৰ আপুনিয়েই হিৰো! গুড নাইট— শোৱকগৈ যাওঁক। সপোনত প্ৰেয়সীক লগ পাব। গুড লাক। পিছে পুৱা জিমনেচিয়ামলৈ যাওঁতে মোক লগত নিব।

ঃ হ'ব। গুড় নাইট, শ্লিপ টাইট।

ঃ গুড নাইট।

ৰাতিৰ ভাত খাই উঠি দিল্লীৰ পৰা অহা বিষয়াজনৰ লগত ধেমালিকৈ কথা পাতি কৰ্ণাটক ভৱনৰ তিনি নম্বৰ কোঠাত শুবৰ বাবে বিছনাত পৰাৰ লগে লগে অতীতৰ কথাবোৰে জীতেনক পুনৰ আমনি কৰিলেহি।

বিশ্ববিদ্যালয়ত পঢ়া কালত কাকলি কামানৰ লগত দেউবীঘাটিৰ নামঘৰীয়ালৈ আলিয়াই লিগাং খাই আহি ৰব লুইতৰ চেঁচা পানীত গা ধুই উঠি ঠাণ্ডাত কঁপি থাকোতে কাকলিয়ে গাত ল'বলৈ দিয়া তাইৰ শুকান চাদৰখনৰ কিবা এক অজান গোন্ধ জীতেনৰ নাকত বহু দিনলৈ লাগি আছিল। সেই গোন্ধে জীতেনৰ গাত নিজে ক'ব নোৱাৰাকৈয়ে অজান এক শিহৰণ জগাই তুলিছিল। ক্লাছত, লাইব্ৰেৰীত, কেন্টিনত লগ পোৱা কাকলি কামানৰ প্ৰতি তাৰ মন দিনে দিনে ঢাল খাইছিল। অৰ্থাৎ সি নিজে ক'ব নোৱাৰাকৈয়ে কাকলি কামানক হয়তো ভাল পাই পেলাইছিল। তাইৰ প্ৰতিযে তাৰ মনৰ দুৰ্বলতা দিনে দিনে প্ৰকাশ কৰিবলৈ চেষ্টা কৰি আছে, এই কথা উপলব্ধি কৰি কাকলি কামানে এবাৰ তাক কেন্টিনত অকলশৰে বহাই লৈ কৈছিল,

ঃ তুমি মোক ভুল বুজিছা নেকি, জীতেন।

ঃ তাৰ মানে, তুমি মোক কি বুজাব বিচাৰিছা?

কাকলিৰ কথাত অলপ আচৰিত হোৱাৰ দৰে হৈ জীতেনে কোৱা কথা শুনি তাই শান্তভাৱে ক'লে,

ঃ মানে মোৰ লগত দেউৰীঘাটৰ নামঘৰীয়ালৈ যোৱাৰ কথা তুমি পাহৰি যোৱাতো মই বিচাৰো।

ঃ তুমি কি ক'ব বিচাৰিছা মই এতিয়াও বুজি পোৱা নাই।

ঃ অলপ ভাবিলেই তুমি বুজি পাবা মই কি ক'ব বিচাৰিছো। তথাপিও কওঁ শুনা, মোৰ মানুহজন এ, এম, চিত এইবাৰ ফাইনেল ইয়েৰত পঢ়ি আছে। তেওঁ আজি আবেলি ইয়ালৈ অহা কথা। তোমাক চিনাকি কৰাই দিম বাৰু। এতিয়া তুমি বুজিছা চাগে।

ঃ বুজিলো। মোক তেওঁক চিনাকি কৰি নিদিলেও হ'ব দিয়া। মই আজি আবেলি টাউনলৈও যাব লগা আছে।

কাকলি কামানৰ কথা শুনি সিনো কি ক'লে নিজেই ক'ব নোৱাৰাৰ দৰে হৈ কথাখিনি কৈ উঠিয়েই আধা খোৱা চাহ কাপ এৰি একেকোবে হোষ্টেল আহি পাইছিল। কোনোমতে স্নাতক ডিগ্ৰী লৈ স্নাতকোত্তৰ ডিগ্ৰীৰ বাবে বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ নহাই ভাল বুলি তাৰ ভাব হৈছিল। এ. এম. চি  এ, ই চি অৰ্থাৎ মেডিকেল বা ইঞ্জিনীয়াৰ নপঢ়িলে বা ধনী ঘৰত জন্ম গ্ৰহণ নকৰিলে কাৰোবাৰ মন আদায় কৰিবলৈ ব্যৰ্থ চেষ্টা নকৰাই ভাল বুলি তাৰ ভাব হৈছিল।

বিশ্ববিদ্যালয়ৰ দেওনা পাৰ হৈ জীৱনত প্ৰতিষ্ঠা লাভ কৰাৰ অন্তত বহু গাভৰুৰ সান্নিধ্যত অহাৰ সুযোগ জীতেনে পাইছিল। কিন্তু দুৰ্ভাগ্যবশতঃ কাকোৱেই সি প্ৰথম পুৰুষ হিচাপে নাপালে। দিল্লীৰ বিষয়াজনে কোৱা কোনো মানুহেই এশ শতাংশ শুদ্ধ হ'ব নোৱাৰে বোলা কথাটো জীতেনে বহু আগতেই উপলব্ধি কৰিছিল। জীৱনত প্ৰতিষ্ঠা লভাৰ পিছত লগ পোৱা কোনো গাভৰুৱে সি প্ৰথম প্ৰেমিক হ'ব নোৱাৰিলে। সেই দুঃখ তাৰ যেন আজীৱন বৈ গ'ল তেনে লাগিল।

তেনেবোৰ কথা নাভাবো বুলি বিছনাত বাগৰ মাৰি জীতেনে পুনৰ ভাবিলে— এৰা, সি ক'ব নোৱাৰাকৈয়ে হয়তো তাৰ প্ৰথম প্ৰেম হৈছিল কাকলি কামানৰ লগত। তাৰ মনৰ ভাব বুজি তাৰ প্ৰেম প্ৰত্যাখান কৰিলেও জীতেনৰ বাবে সেয়াই প্ৰথম প্ৰেম। সেই প্ৰেম, যি প্ৰেম দেউৰীঘাটৰ বিৰিণাৰ মাজত পুৱাৰ ৰিব্ ৰিব্ বতাহত জাগিছিল সেয়া যেন আজিও জীতেনৰ মনৰ গোপন কোণত জীয়াই আছে। সেই প্ৰথম প্ৰেমৰ শিহৰণ জীতেনে আজি এই বৃদ্ধ বয়সতো উপলব্ধি কৰে। নিজৰ মাতৃভাষাত এতিয়াও সেই ক্ষণটো আচিন্ অই অদাকৰ দৰে অৰ্থাৎ এক

বুজাব নোৱাৰা বেদনাৰে মনত পৰে। এনেবোৰ কথা ভাবি জীতেনৰ লাজ লাগি গ'ল। আৰু নাভাৱো বুলি জোৰেৰে সি চকুমুদি দিলে।

**শব্দৰ অৰ্থ ঃ** আচিন অই অদাক্ — ৰবঁকৈ মনত পৰে।

# হেমা যাদৱ

উচ্চতৰ মাধ্যমিক শ্ৰেণীৰ পৰা স্নাতক ডিগ্ৰী লোৱালৈকে পাঁচ বছৰ কলেজত পঢ়ি থাকোতে হেমা যাদৱে তেনেবোৰ প্ৰশ্নৰ সমুখীন হোৱা নাছিল।

ডাঙৰ ককায়েক কৈলাশ যাদৱৰ দৰেই চিকিৎসক হ'ম বুলি লখিমপুৰ কলেজত উচ্চতম মাধ্যমিক শ্ৰেণীত হেমা যাদৱে নাম ভৰ্ত্তি কৰিছিল। ডাঙৰ ককায়েক কৈলাশ যাদৱেও তাইক ডাক্তৰণী হ'বৰ বাবে উৎসাহ যোগাইছিল। জন্মস্থান গোগামুখ বজাৰৰ পৰা আহি লখিমপুৰ কলেজৰ গাৰ্লছ হোষ্টেলত থাকি অতি মনোযোগ দি পঢ়া-শুনা কৰি পিছ পৰা শ্ৰেণীভুক্ত হিচাপে মেডিকেল কলেজত এডমিচন পোৱাৰ জোখাৰে হেমা যাদৱে উচ্চতৰ মাধ্যমিক বিজ্ঞান শাখাত নম্বৰ পাইছিল। দুৰ্ভাৰ্গ্যবশতঃ মেডিকেলৰ এডমিচন টেষ্টত কেইবাবাৰো দিও উত্তীৰ্ণ হ'ব নোৱাৰাত হেমা যাদৱৰ চিকিৎসক হোৱাৰ আশা পূৰণ নহ'ল। মেডিকেল কলেজত নামভৰ্ত্তিৰ বাবে এডমিচন টেষ্ট দি থাকোতে বছৰবোৰ নষ্ট নকৰিবৰ বাবে ইতিমধ্যে চিকিৎসক হোৱা ডাঙৰ ককায়েক কৈলাশ যাদৱৰ পৰামৰ্শ মতে তাই লখিমপুৰ কলেজতে প্ৰাণী বিদ্যাত মেজৰ লৈ ডিগ্ৰী পঢ়া আৰম্ভ কৰিছিল। বি, এছ, চি, পাছ কৰি মেডিকেল পঢ়িম বুলি ভাবিছিল যদিও ব্যৱসায়ী দেউতাক আৰু নিৰক্ষৰ মাকে তাইৰ বিয়া-বাৰুৰ কথাহে বৰকৈ আলোচনা কৰিবলৈ লোৱাত, পঢ়া-শুনা বাদ দিবলৈ বৰকৈ কৈ থকাত, হেমা যাদৱৰ চিকিৎসক হোৱাৰ আশা আশা হৈয়েই থাকি গ'ল।

উচ্চতৰ মাধ্যমিক বিজ্ঞান শাখাত এডমিচন লোৱা দিনৰে পৰা বি, এছ, চি ডিগ্ৰী লোৱালৈকে পাঁচ বছৰ কাল লখিমপুৰ কলেজৰ গাৰ্লছ হোষ্টেলত থাকোতে হেমা যাদৱক লগৰ কোনো ছাত্ৰ-ছাত্ৰীয়ে এনেধৰণৰ প্ৰশ্ন কৰা নাছিল। কলেজখনৰ বেছিভাগ ছাত্ৰ-ছাত্ৰীয়েই ওচৰ-চুবুৰীয়া গাঁৱৰ আছিল। মাতৃভাষা হিন্দীৰ বাদেও গোগামুখৰ হাইস্কুলত অসমীয়া মাধ্যমত পঢ়া হেমা যাদৱে সাৱলীল অসমীয়া ক'ব পাৰিছিল। মিচিং ভাষা ক'ব নোৱাৰিলেও মিচিং ল'ৰা-ছোৱালীৰ লগত ডাঙৰ-দীঘল হোৱা হেমা যাদৱে মিচিং ভাষা বুজি পাইছিল। দুই এটা শব্দ লগাই ভঙা ভঙা মিচিং ভাষাও ক'ব পৰা হৈছিল। সেয়ে গাৰ্লছ হোষ্টেল আৰু কলেজখনৰ আন ছাত্ৰ-ছাত্ৰীয়ে তাইক একেখন জিলাৰে কোনোবা গাঁৱৰ বুলি জ্ঞান কৰি তাইৰ প্ৰতি বিশেষ কৌতুহল প্ৰকাশ কৰা নাছিল। তাইৰ বংশ পৰিয়ালক লৈ কোনো প্ৰশ্ন

'আপুনি।' হেমা যাদৱে হতবাক হোৱাৰ দৰে হঠাৎ সোধা প্ৰশ্নৰ উত্তৰ কি দিম বুলি ভাবি সমুখৰ চকীত বহি লোৱা অমৃত জ্যোতি ফুকনলৈ চালে।

'মই অমৃতজ্যোতি ফুকন। সমাজ শাস্ত্ৰ বিভাগৰ গৱেষক ছাত্ৰ। গৱেষক ছাত্ৰ সন্থাৰ সম্পাদকো। তুমি প্ৰাণীবিদ্যা বিভাগৰ ফাইনেল ইয়েৰৰ হেমা যাদব বুলি জানো। এবছৰ বিশ্ববিদ্যালয়ত থাকিও মোক চিনি নাপালানে? এই ৰূপালীমকতো কবিতাৰ আড্ডাত লগ পায়েই থাকো।'

'অ' হেমাৰ অমৃতদাৰ লগত চিনাকি নাই হ'বলা। ময়ো চিনাকি কৰাই দিবলৈ সুযোগ পোৱা নাই। এখেত অমৃত জ্যোতি ফুকন। ছ'চিঅ'ল'জিৰ ৰিচাৰ্ছ স্ক'লাৰ হ'লেও বৰ ধুনীয়া কবিতা লিখে। অসমৰ নতুন চাম কবিৰ মাজত অমৃতদা প্ৰতিষ্ঠিত কবি।'

'ছায়েন্সৰ ছোৱালীয়ে কবিতা পঢ়াৰ সময় পাব জানো? তাতে ক্লাছ, প্ৰেক্টিকেল, লাইব্ৰেৰীতেই বেছিভাগ সময় যায়। ছায়েন্সৰ ছোৱালীক কবিতাৰ কথা ক'লে কি বুজিব অই ৰূপালীম।'

'ই; তেনেকৈ নক'ব দেই অমৃতদা। অসমীয়া সাহিত্যত বহু প্ৰতিষ্ঠিত কবি সাহিত্যিক ছায়েন্সৰে মানুহ দেখোন! মই অসমীয়াত পঢ়িও কবিতা লিখিব নোৱাৰো, অথচ আপুনি ছচিঅ'ল'জিৰ মানুহ হৈও কবিতা লিখে, এয়া ব্যতিক্ৰম নহয় জানো?'

'হয়, হয়, এয়া ব্যতিক্ৰমেই ৰূপালীম। আৰু তোমালোক দুজনীক যোৱা এবছৰে কোনো ল'ৰাৰ লগত নুঘুৰা দেখি ব্যতিক্ৰমী বুলি ভাবিয়েইতো আজি কথা পাতো বুলি লগত বহিছোহি।'

'আপুনি কবিতা কবিতা লগা, আমি বুজি নোপোৱা কথা আৰম্ভ কৰি দিছে দেই, অমৃতদা। মই অলপ বুজি পালেও হেমাইযে একোৱেই বুজি নাপাব।'

'মোৰ কথাবোৰ কবিতা যেনহে লাগিলনেকি? কবিতা যেন লাগিলেও হেমাই বুজি পাব দিয়া, তাইচোন ছায়েন্সৰ ষ্টুডেন্ট হৈও সিদিনা ফাংচনত ধুনীয়া অসমীয়া আধুনিক গীত গালে। তাই কবিতা নুবুজে বুলি মই ধেমালিতে কৈছিলো। অসমীয়া আধুনিক গীত গোৱা ছোৱালী কবিতাও বুজি পায় দিয়া।'

'আমি উঠো নেকি!'

অমৃত জ্যোতি ফুকনৰ কথাবোৰ লাগ-বান্ধহীন যেন লগাত আমনি পাই ৰূপালীম মৰাওলৈ চাই হেমা যাদৱে ক'লে।

হেমা যাদৱে আমনি পাইছে যেন অনুমান কৰি হাঁহি মাৰি অমৃত জ্যোতি ফুকনে ক'লে, 'ৰ'বা আৰু অলপ বহাচোন। মোৰ কথাবোৰ শুনি আমনি পাইছা যেন পাইছোঁ। ৰূপালীম আৰু মইহে কথা পাতি আছোঁ। তুমি মনে মনে অথনিৰে পৰা বহি আছাচোন। আমাৰ ডিপাৰ্টমেন্টৰে ষ্টুডেন্ট লখিমপুৰৰ অজয় ছিণ্ডে

কেন্টিনলৈ অহা কথা আছিল। সি আহিলে যাবা। আচ্ছা, হেমা, তোমাৰ ঘৰ লখিমপুৰৰ ফালেই বুলি অজয়ে কৈছিল। লখিমপুৰৰ ক'তনো?'

'গোগামুখত।'

'গোগামুখ লখিমপুৰ জিলাতনে ধেমাজি জিলাত?'

'এহ্ অমৃতদা, আপুনি এইবোৰ কি সোধাত লাগিল?'

ৰূপালীম মৰাঙৰ কথাত অমৃত জ্যোতি ফুকনে হেমা যাদৱলৈ চাই ক'লে, 'মই গবেষণাৰ কামত ফিল্ড ৱৰ্কৰ বাবে লখিমপুৰলৈ যাম। অজয় চিন্তে মোৰ লগত যাব। তোমালোক লখিমপুৰৰ ফালৰ বুলি অজয়ে কৈছিল। সেয়ে চিনাকি হৈ অলপ কথা পাতো বুলি আহিছিলো। মোৰ গবেষণাৰ বিষয় হ'ল মিচিং সমাজত উন্নত সংস্কৃতিৰ প্ৰভাৱ আৰু প্ৰগতি। আচ্ছা, হেমাৰ ঘৰ গোগামুখত বুলি কৈছিলা নহয়?'

'হয়।'

'গোগামুখতনো যাদৱ পৰিয়াল আহিল ক'ৰ পৰা? গোগামুখৰ ক'তনো তোমালোকৰ ঘৰ? অজয় চিন্তেৰো ঘৰ গোগামুখতে বুলি কৈছিল।'

'আমাৰ ঘৰ গোগামুখ বজাৰতে। দেউতাৰ গেলামালৰ দোকান আছে।'

'অ', আমাৰ চেপন চাহ বাগিচাৰ মাৰোৱাৰী গেলামালৰ দোকানখনৰ দৰে যেন পাওঁ। তোমালোক অ'ৰিজিনেলি বিহাৰৰ ফালৰ চাগে।'

'হয়।'

'তোমাৰ লগত কথা পাতিলে তোমাক কোনেও বিহাৰী ছোৱালী বুলি ক'ব নোৱাৰে দেই। তুমি ইমান ধুনীয়া অসমীয়া কোৱা। ঘৰত কি কথা পাতা?'

'হিন্দী, ভোজপুৰী, অসমীয়া, চব ভাষাই আমাৰ ঘৰত চলে।'

'তাৰ মানে তোমালোকৰ ঘৰত সাংস্কৃতিক সংঘাত মানে কালাচাৰেল কন্‌ফ্লিক্ট আহি গৈছে আৰু প্ৰয়োজনবশতঃ তুমি অসমীয়া ভাষা গ্ৰহণ কৰিছা।'

'হেমাই বুজি নোপোৱা কিবোৰ কথা কোৱাত লাগিল, অমৃতদা।ময়ো ভালকৈ বুজি পোৱা নাই। আমি এতিয়া যাওঁ অমৃতদা।'

'আৰু অলপ সময় বহাচোন, ৰূপালীম। মই তোমালোকৰ মিচিং সকলৰ ওপৰত গবেষণা কৰোঁতে এইবোৰ কথাও চাব লাগিব। এই মাৰোৱাৰী, বিহাৰীবোৰে অসমত ব্যৱসায় কৰি, অসমৰ হাৱা-পানী খাই অসমতে পুঁজিপতি হৈও অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ নকৰে। অসমখনক তেনেকুৱা বাহিৰৰ মানুহবোৰেই শেষ কৰি দিলে বুজিছা, ৰূপালীম। এইবোৰ কথা শুনি বেয়া নাপাবা দেই, হেমা।'

অমৃতজ্যোতি ফুকনৰ কথা শুনি হেমা যাদৱে মনে মনে তলমূৰকৈ বহি থাকিল। ৰূপালীম মৰাঙে অলপ ইতিকিঙৰ সুৰত অমৃত জ্যোতি ফুকনলৈ চাই ক'লে,

'আপুনি কবিতা লিখা মানুহজনে কিবোৰ কথা কোৱাত লাগিলহে, অমৃতদা! জ্যোতিপ্ৰসাদ আগৰৱালাৰ উদাহৰণ দিলেই দেখোন আপোনাৰ সন্দেহখিনি দূৰ হয়। আৰু আমাৰ ব্ৰহ্মপুত্ৰ উপত্যকাতনো লোকেল মানুহ কোন আছিল? আমাৰ মিচিং মানুহ অৰুণাচল প্ৰদেশৰ পাহাৰৰ পৰা অসমৰ ভৈয়ামলৈ নামি অহা বুলি কয়। উচ্চ বৰ্ণ অসমীয়াখিনি বিহাৰ, বংগ, ইউ পি, উৰিষ্যা ফালৰ বুলি কয়। আৰু আপোনালোক আহোম সকলতো সুদূৰ থাইলেণ্ডৰ পৰাহে অহা বুলি কয় দেখোন।'

'অসম বুৰঞ্জীত আহোমসকল থাইলেণ্ডৰ পৰাই অহা বুলি কয়। আহোমসকলে অসমত ছশ বছৰ ৰাজত্ব কৰি অসমীয়া ভাষা-সংস্কৃতিক আকোৱালি লৈ খাচ অসমীয়া হৈ থাকিল। আমি হাড়ে-হিমগজুৰে অসমীয়া হ'লো, কিন্তু হেমাইঁতৰ দৰে বহু মানুহে অসমত নিজকে অসমীয়া বুলি পৰিচয় নিদিয়ে দেখোন।'

'জোৰকৈতো কাকো অসমীয়া বুলি ক'ব নোৱাৰি। অসমত যি বসবাস কৰে সিয়েই অসমীয়া। পিছে নিজৰ গোষ্ঠীগত পৰিচয়তো মানুহে এৰি নিদিয়ে দিয়ক, অমৃতদা। এইটো কিজানি আপোনালোকৰ ছ'চিঅ'লজিৰে বিষয় হ'ব।'

'তুমি যেনিবা মিচিং, তুমি অসমীয়া বিভাগত আছা, নিজকে তুমি অসমীয়া বুলি নাভাবানে?'

'ভাবো, কিন্তু মই প্ৰথমে মিচিং বুলি পৰিচয় দিহে ভাল পাওঁ। তাৰ পিচতহে অসমীয়া।'

'তুমিচোন মিচিং ভাষা নাজানা বুলি মোক অজয় চিন্তেয়ে কৈছিল। তুমি আৰু ক'ত মিচিং হৈ থাকিলা?'

'আমি চামুগুৰিয়া মিচিং। আমাৰ দেউতাৰ ঘৰ লখিমপুৰৰ ৰঙা নদীৰ পাৰত। আমি মিচিং ভাষা নজনা মিচিং। অসমীয়া ভাষা ক'লো বুলিয়েই বা মিচিং ভাষা নাজানো বুলিয়েই আমি মিচিং নহয় নেকি আৰু? আপুনিওচোন আহোমসকলৰ টাই ভাষা নাজানে, সেইবুলি আপুনি নিজকে আহোম বুলি পৰিচয় নিদিয়ে নেকি অমৃতদা?'

'তুমি অসমীয়াত নপঢ়ি আমাৰ সমাজ শাস্ত্ৰ বিভাগতহে পঢ়িব লাগিছিলহে, ৰূপালীম।'

কথাখিনি কৈ হাতৰ ঘড়ীটোলৈ চাই হাঁহি এটা মাৰি অমৃত জ্যোতি ফুকনে পুনৰ ক'লে, 'অজয় চিন্তে ইয়ালৈ অহা-কথা আছিল, ক'তা নাহিলচোন। ৰূপালীমে তাক চিনি পোৱা নহয়?'

'পাওঁ। পিছে আমাৰ দেৱীয়েই হৈছে আৰু অমৃতদা। আমি এতিয়া উঠো নেকি।'

'আৰু পাঁচ মিনিট অপেক্ষা কৰো ৰবা। সি আহিবে। তোমালোকৰ লগত গোগামুখলৈ মোৰ ফিল্ড ৱৰ্কত যোৱাৰ কথা আলোচনা কৰাৰ কথা আছিল।

হেমাৰ ঘৰ গোগামুখত বুলি সিয়েই মোক কৈছিল। অ' অৰ্থনিৰে পৰা হেমাই মনে মনে বহি থাকিলা, ৰূপালীম আৰু মইহে কথা পাতি আছোঁ। আমাৰ কথাত তুমি আকৌ বেয়া পোৱা নাইতো।'

'নাই পোৱা। আপোনালোকৰ কথাবোৰ শুনি একপ্ৰকাৰ আমোদ পাইছোঁ।' হেমা যাদৱে লাজকুৰীয়া হাঁহি এটা মাৰি ক'লে।

'ৰূপালীম আৰু মই আছামিজ নন্-আছামিজ ফিলিংছৰ বিষয়ে পতা কথাবোৰ তুমি শুনি আছা যেতিয়া তোমাক কেইটামান কথা সোধো, বেয়া নাপাবা দেই হেমা।'

'সোধক।' ৰূপালীম মৰাঙলৈ যাব লাগে বুলি চকুৰে ইংগিত দি হেমা যাদৱে ক'লে।

'আচ্ছা হেমা, তোমাৰ ঘৰ গোগামুখত যেতিয়া তুমি নিজকে অসমীয়া বুলি ভাবানে? অসমখন তোমাৰ নিজৰ ৰাজ্য বুলি ভাবানে?'

'মইনো কি ক'ম, অলপ আগতে ৰূপালীমে আপোনাৰ প্ৰশ্নৰ উত্তৰ দিলেই দেখোন।'

'দেখিছা ৰূপালীম, এওঁলোকে চিধাই নিজকে অসমীয়া বুলি নকয়।'

উপহাস কৰাৰ দৰে কৈ অমৃত জ্যোতি ফুকনে পুনৰ হেমা যাদৱক প্ৰশ্ন কৰিলে,

'তুমি অসমীয়া ল'ৰালৈ বিয়া হ'বানে হেমা?'

'মা-দেউতাই মোক যাললৈ বিয়া দিয়ে তাৰ লগতে বিয়া হ'ম।' অলপ খঙৰ সুৰত হেমা যাদৱে উত্তৰ দিলে।

'পিছে বিয়া বাৰু হৈ ভৱিষ্যতে সন্তানৰ মাতৃ হ'লে তোমাৰ সন্তানক অসমীয়া ভাষা মাধ্যমত পঢ়াবানে?'

'মই গোগামুখ হাইস্কুলৰ পৰা অসমীয়া মাধ্যমত পঢ়ি মেট্ৰিক পাছ কৰা। ভৱিষ্যতে ল'ৰা-ছোৱালীক কি মাধ্যমত পঢ়াম এইটো নিৰ্ভৰ কৰিব কৰ্মস্থলীৰ ওপৰত। আমি যাওঁ ব'লা, ৰূপালীম।'

অমৃত জ্যোতি ফুকনৰ প্ৰশ্নবোৰ শুনি অপমানবোধ কৰাৰ লগতে ভীষণ খং উঠাত খঙৰ সুৰতে কথাখিনি কৈ হেমা যাদৱ বহাৰ পৰা খপহকৈ উঠি যাবলৈ প্ৰস্তুত হ'ল। ৰূপালীম মৰাঙো বহাৰ পৰা উঠাত আৰু অলপ বহাৰ ইচ্ছা থকা স্বত্বেও অমৃত জ্যোতি ফুকন থিয় হ'ব লগা হ'ল। বহাৰ পৰা উঠি ফুকনে হাঁহি মাৰি ধেমেলীয়া সুৰত ক'লে,

'মোৰ কথাবোৰত তোমালোকে বেয়া নাপাবা দেই। মই কিন্তু বৰ্কত গোগামুখ, লখিমপুৰৰ ফালে গ'লে তোমালোক দুয়ো সহায় কৰিব লাগিব কিন্তু।'

'বেয়া পোৱা নাই দিয়ক, অমৃতদা। কবিতা লিখা মানুহে কথা ক'ব নেজানে

বুলি আজি গম পালো দিয়ক। আমি এতিয়া যাওঁ। আপুনি ফিল্ড ৱৰ্কলৈ গ'লে জনাব, মই দেউতাক আপোনাক সহায় কৰিবৰ বাবে কৈ পঠাম।'

কথাখিনি কৈয়েই ৰূপালীম মৰাং আৰু হেমা যাদৱে কাউন্টাৰত চাহৰ পইচা দি কেন্টিনৰ পৰা খৰধৰকৈ ওলাই আহিল। দুয়ো তলমূৰকৈ নিশ্চুপ হৈ গাৰ্লছ হোষ্টেললৈ বুলি গুচি আহিল।

হোষ্টেল আহি পায়েই গাটো ভাল লগা নাই বুলি ৰূপালীম মৰাঙক কৈ হেমা যাদৱে বিছনাত বাগৰ দিলে। তলমূৰকৈ পৰি বিছনাত পৰি থাকি সমাজ শাস্ত্ৰ বিভাগৰ গৱেষক ছাত্ৰ অমৃত জ্যোতি ফুকনে তাইক সোধা প্ৰশ্নবোৰকে হেমা যাদৱে ভৱাত লাগিল। কেতিয়াবাযে তেনেবোৰ প্ৰশ্নৰ সমুখীন হ'ব লাগিব সেই কথা হেমা যাদৱে ভৱাই নাছিল। প্ৰকৃততে তাই বিহাৰীনে, অসমীয়ানে নতুবা মিচিং? গোগামুখত জন্মগ্ৰহণ কৰি মিচিং ল'ৰা-ছোৱালীৰ লগত ডাঙৰ দীঘল হওঁতে তাই নিজকে মিচিং যেনেই লাগিছিল। অসমীয়া মাধ্যমত পঢ়া-শুনা কৰি গোগামুখ হাইস্কুলৰ পৰা মেট্ৰিক পাছ কৰি লখিমপুৰ কলেজত বিজ্ঞান শাখাত পঢ়া আৰম্ভ কৰা দিনাৰে পৰা ক্লাছত, হোষ্টেলত একমাত্ৰ অসমীয়াত লগৰ ছোৱালীৰ লগত কথা-বতৰা হ'বলগীয়া হোৱাত তাইৰ নিজকে অসমীয়া যেনেই লাগিছিল। কলেজৰ বন্ধত ঘৰলৈ আহিলে মাক-দেউতাকহঁতৰ লগত হিন্দী-ভোজপুৰী মিশ্ৰিত ভাষাত কথা ক'বলগীয়া হ'লে তাইৰ নিজকে বিহাৰী যেন লাগিছিল।

পৰিচয়ৰ সংকটত যেন মনটো হাহাকাৰ কৰি উঠিছে— তেনে লাগিল হেমা যাদৱৰ। প্ৰাণী বিজ্ঞানত ইমানদিনে পঢ়ি অহা লুপ্তপ্ৰায় ডাইনোচোৰাছৰ দৰে তাই আৰু তাইৰ পৰিয়ালৰ সকলোযেন সময়ত এই পৃথিবীৰ পৰা নিঃচিহ্ন হৈ যাবলৈ ওলাইছে। কলেজত পঢ়ি থাকোতেই বিয়া দিব বিচৰা মাক-দেউতাকে তাই এম, এছ, চি পাছ কৰাৰ লগে লগেইযে বিয়া ঠিক কৰি পেলাব এই কথা হেমা যাদৱে জানে। তাইৰ বিয়া কাৰ লগত হ'ব, বিহাৰী, অসমীয়া, নে মিচিং ল'ৰাৰ লগত?

'অই হেমা, তই বহুত সময়ত বিচনাত পৰি থাকি কি কৰিছ? গাটো সঁচাই বেয়া লাগিছে নেকি?'

'গাটো বিশেষ বেয়া লগা নাই। মনটোহে বেয়া লাগি আছে। ৰুমমেট ৰূপালীম মৰাঙৰ প্ৰশ্নৰ উত্তৰ দি হেমা যাদৱে বিছনাত ওপৰমুৱাকৈ বাগৰ মাৰি অলসভাৱে পৰি থাকিল।

'অ' অথনি কেন্টিনত অমৃতদাই তোক কৰা প্ৰশ্নবোৰৰ বাবে মনটো বেয়া লাগি আছে হ'বলা? বিশ্ববিদ্যালয়ৰ এইবোৰ প্ৰেম বলীয়া ল'ৰাৰ কথা ভাবি লাভ নাই। গৱেষক ছাত্ৰ বুলি জানি তই প্ৰেমত পৰইবা বুলি চাগে টোপ দি কথা কৈ চাইছিল।'

'তাৰ লগত মোৰ প্ৰেম?'

বিচনাত ওপৰমুৰাকৈ শুই থাকি হেমা যাদৱে ঘোপা চকুৰে খং মুৰাকৈ তাইলৈ চাই কোবাত ৰূপালীম মৰাঙে হেমাৰ কাষত বিচনাত বহি লৈ ক'লে, 'অ', তই বেয়া পালি নেকি আকৌ!'

'কেলেই বেয়া নাপাম। কথাই ক'ব নজনা ল'ৰা এটাৰ লগত তই মোক প্ৰেম কৰিবলৈ কৰ! মোক কি ধৰণৰ প্ৰশ্নবোৰ কৰিছিল তই শুনা নাছিলিনেকি?'

'অমৃতদাই বোলে তেনেকৈয়ে গাত লগাকৈ কথা কয় বুলি মই আন ছোৱালীৰ মুখত শুনিছিলো। সি ভাল কবিতা লিখে বাবে সন্মান জনাও, নহ'লে অমৃতদাৰ কথাবোৰ মোৰো ভাল নালাগে। সি আকৌ ইউনিভাৰ্ছিটীত ক'তো ছিট নাপাই ছচিঅ'ল'জি পঢ়ি গৱেষণা কৰিবলৈ পাই তোৰ দৰে প্ৰাণীবিদ্যাৰ চোকা ছোৱালীৰ লগত প্ৰেম কৰিবলৈ মন মেলে। তোৰ ডাঙৰ দাদা ডাক্তৰ যেতিয়া তই চোকা ডাক্তৰ-ইঞ্জিনীয়াৰ জাতীয় বিহাৰী ল'ৰাই পাবি দে!'

'তই মোৰ কথা ভাবিব নালাগে দে। তোৰ নিজৰ কাৰণে মিৰি ল'ৰা এটাৰ কথা ভাব।'

'অ'ই আমাক মিৰি বুলি নকবিদেই। মিচিং বুলি ক'বি। মই মিচিং ভাষা নাজানোৱেই যেতিয়া মোৰ লগত জাত-পাতৰ কথা নাই। মনে মিলা মিপাক্ মানে যিকোনো জাতৰ ল'ৰা এটা পালেই হ'ব।'

'তোক মিৰি বুলি কওঁতে বেয়া পালি, আৰু মোক বিহাৰী বুলি ক'লে মই বেয়া পাব নালাগে নহয়? আৰু তই হ'লে যিকোনো জাতৰ ল'ৰালৈকে যাবি আৰু মোৰ বাবে বিহাৰী ডাক্তৰ-ইঞ্জিনীয়াৰৰ কথাহে কৰ। তোক মই বেয়া পাইছো যা।'

'আও, তই আজি বৰ ছেন্টিমেন্টেল হৈ আছ অ'ই।'

'ছেন্টিমেন্টেল নহৈ কি হ'ম? কেন্টিনত সেই তোৰ অমৃতদাইও মোক গাত লগাগৈ প্ৰশ্ন কৰিব আৰু তয়ো এতিয়া এনেকৈ কথা ক'বি, মই বিহাৰীহে, মানুহ নহওঁ নেকি?'

হ'ব, হ'ব আৰু! অমৃতদাৰ কথাবোৰ এৰ। অমৃতদাই কৰা প্ৰশ্নবোৰ আৰু তাৰ দৰে মানুহৰ বাবেইতো অসমখন ভাগ ভাগ হৈ মিজোৰাম, মেঘালয় আদি ৰাজ্য হ'ল! আজিকালিও তেনেবোৰ কাৰণতে বড়োলেণ্ড, মিচিংলেণ্ড আদিৰ দাবী উঠিছে। তিনিচুকীয়া ফালে তহঁতৰ বহুত মানুহ আছে বুলি শুনিছো, কেতিয়াবা তাতো বিহাৰীলেণ্ডৰ দাবী উঠিব যেন পাওঁ।'

'তই আকৌ বিহাৰী বুলি ঠাট্টা কৰাত লাগিলি।'

'উহু মোৰ মুখখনো যে! আমাৰ চামুগুৰীয়া মিচিং ভাষা নজনা মিচিং মাইকী মানুহৰ মুখবোৰ চোকা আৰু লেতেৰা বুলি বদনাম এটা আছে দে। মোৰ গাতো পূৰ্বপুৰুষৰ তেজ আছে ছাগে, সেয়ে তেনেকৈ কথা কৈ ভাল পাওঁ। বেয়া নাপাবি

দে। মই বাথৰুমৰ পৰা আহিছোঁ। তয়ো বিছনাৰ পৰা উঠ। ভাত খাবলৈ যাবৰে হ'ল।'

বাথৰুমলৈ যাওঁ বুলি ৰূপালীম মৰাং ৰুমৰ পৰা ওলাই যোৱাত বিছনাত ওপৰমুৱাকৈ শুই থাকি হেমা যাদৱে তেওঁৰ পূৰ্বপুৰুষৰ কথা ভবাত লাগিল। তাই সৰু থাকোতে ককাদেউতাকে পূৰ্ব পুৰুষৰ কথাবোৰ সাধুৰ দৰে কোৱা হেমা যাদৱৰ এতিয়াও স্পষ্টকৈ মনত আছে। ককাদেউতাকে কোৱামতে বিহাৰৰ মজফৰপুৰ অঞ্চলত এসময়ত কেইবাবছৰো বৰষুণ নিদিয়াত খৰাংপীড়িত বহু মানুহ, পশু-পক্ষীয়ে খাদ্যৰ অভাৱত মৃত্যুবৰণ কৰিছিল। খৰাং পীড়িত অঞ্চলৰ বহু মানুহ যি যেনেকৈ পাৰে আনঠাইলৈ গুচি গৈছিল। হেমা যাদৱৰ পূৰ্বপুৰুষ এজনে ভৱিষ্যতে যাতে পানীৰ বাবে হাহাকাৰ কৰিবলগীয়া নহয়, সেই কথা ভাবি বিহাৰৰ পৰা পূৰ্ববংগলৈ গৈ পদ্মানদীৰ পাৰৰ ৰাজশ্বাহী চহৰত থিতাপি লৈছিলগৈ হেনো। খেতিৰ বাবে আশানুৰূপ মাটি যোগাৰ কৰিব নোৱাৰাত ৰাজশ্বাহী চহৰত গেলামালৰ দোকান দিয়া আৰম্ভ কৰিছিল। খেতিয়কৰ পৰা ব্যৱসায়ী হোৱা যাদৱ পৰিয়ালৰ সেয়াই হেনো আৰম্ভণি আছিল।

ভাৰত বিভাজন হোৱাৰ আগলৈকে যাদৱ পৰিয়ালৰ কেইবাটাও পুৰুষ পূৰ্ববংগৰ পদ্মানদীৰ পাৰৰ ৰাজশ্বাহী চহৰত ঠিকমতেই চলি আছিল বুলি ককাদেউতাকে হেমা যাদৱক কৈছিল। পদ্মা নদীখনেযে ব্ৰহ্মপুত্ৰ নাম লৈ পূৰ্ব বংগলৈ বৈ আহিছে ৰামায়ণ-মহাভাৰতৰ কাহিনী জনা যাদৱ পৰিয়ালতো হেনো জানিছিল। ভাৰত বিভাজনৰ সময়ত সাম্প্ৰদায়িক সংঘৰ্ষ আৰম্ভ হোৱাত ৰাজশ্বাহী চহৰত থকাতো নিৰাপদ নহয় যেন ভাবি যাদৱ পৰিয়ালটোৱে হেনো বহু কষ্ট স্বীকাৰ কৰি অসমৰ তিনিচুকীয়ালৈ আহি থকা হৈ ব্ৰহ্মপুত্ৰ পাৰ হৈ শদিয়াত থিতাপি লৈছিলহি। শদিয়াত থিতাপি লৈ তিনিচুকীয়া চহৰৰ পৰা গেলামাল দোকানৰ বাবে বস্তু নি ব্যৱসায় আৰম্ভ কৰি দিছিল হেনো। সাপ্তাহিক বজাৰত দোকান দি ফুৰিবলৈ কেইবাটাও ঘোঁৰাও যোগাৰ কৰিছিল। সুদূৰ পদ্মাৰ পাৰৰ পৰা আহি শদিয়াৰ ব্ৰহ্মপুত্ৰৰ পাৰত পুনৰ সংস্থাপন হোৱাৰ কেইবছৰমানৰ পিছতে পঞ্চাশৰ বৰভূইকঁপটোৱে যাদৱ পৰিয়ালৰ দোকান-পোহাৰ, ঘোঁৰাসহ ব্ৰহ্মপুত্ৰৰ বুকুত জাহ গৈছিল হেনো। তিনিচুকীয়াৰ ফালে কোনোবা চাপৰিত বনৰীয়া ঘোঁৰা আছে বুলি শুনা কথাত বৰভূইকঁপত হেৰুওৱা যাদৱ পৰিয়ালৰ ঘোঁৰাৰ বংশধৰো থাকিব পাৰে বুলি ককাদেউতাকে হেমা যাদৱক কৈছিল।

তাই মেট্ৰিক পৰীক্ষা দিয়া বছৰটোত মৃত্যুক আকোৱালি লোৱা ককাদেউতাকে কোৱা ৰামায়ণ-মহাভাৰতৰ সাধুৰ দৰে যাদৱ পৰিয়ালৰ পূৰ্বপুৰুষৰ কথাবোৰ মনত পেলাই হেমা যাদৱৰ ভাল লাগিল। সমাজ শাস্ত্ৰ বিভাগৰ গৱেষক ছাত্ৰ অমৃত

জ্যোতি ফুকনে কেন্টিনত সোধা আমনিদায়ক প্ৰশ্নবোৰ পাহৰাত সহায়ক হোৱা দৰে হোৱাত ককাদেউতাকে তাইক কোলাত বহুৱাই লৈ কোৱা যাদৱ পৰিয়ালৰ কথাবোৰ মনত পেলাবলৈ হেমা যাদৱে চেষ্টা কৰিলে।

শদিয়াত ভাগকৈ থিতাপি ল'বলৈ আৰম্ভ কৰোঁতেই বৰভূইকঁপত সকলো হেৰুৱাই যাদৱ পৰিয়ালটো তিনিচুকীয়া হৈ ট্ৰেইনত মৰিয়ণীলৈ আহিছিল বুলি হেমা যাদৱক ককাদেউতাকে কৈছিল। পদ্মা নদীৰ পাৰত কেইবা পুৰুষো পাৰ কৰি আহি শদিয়াত ব্ৰহ্মপুত্ৰৰ পাৰতে থিতাপি লোৱা যাদৱ পৰিয়ালটোৱে ব্ৰহ্মপুত্ৰৰ মোহ এৰিব নোৱাৰি মৰিয়ণীৰ পৰা যোৰহাট হৈ নিমাতী ঘাটেদি ব্ৰহ্মপুত্ৰ পাৰ হৈ উজনিৰ মাজুলীৰ গেজেৰাত হেনো থিতাপি লৈছিল। তেতিয়া হেমা যাদৱৰ ককাদেউতাকেই ঘৰখনৰ মুৰব্বী আছিল আৰু তাইৰ দেউতাকক বিয়া কৰাই দিছিলহে হেনো।

উজনি মাজুলীৰ স্থায়ীবাসী আৰু গেজেৰাৰ বজাৰত গেলামালৰ দোকান দিবলৈ আৰম্ভ কৰা ককাদেউতাকে প্ৰথম নাতি অৰ্থাৎ হেমা যাদৱৰ ডাঙৰ ককায়েকক স্কুল যাব পৰা হোৱাৰ লগে লগে গেজেৰাৰ স্কুললৈ পঠোৱাতো কৰিছিল। হেমা যাদৱৰ দেউতাকে মাজুলীৰ জেংৰাইমুখ, গড়মুৰ, কমলাবাৰী আদি ঠাইত সাপ্তাহিক বজাৰত ঘোঁৰা গাড়ীত বস্তু নি বেপাৰ কৰাত ব্যস্ত থকাত ডাঙৰ পুতেকৰ শিক্ষাৰ প্ৰতি বিশেষ গুৰুত্ব দিয়া নাছিল। শিক্ষাৰ অবিহনে অভিশপ্ত যাদৱ পৰিয়ালটোৰ উদ্ধাৰ নাই বুলি ভাবি হেমা যাদৱৰ ককাদেউতাকে ডাঙৰ নাতিক গেজেৰা হাইস্কুলত নামভৰ্ত্তি কৰি দিছিল। ককাদেউতাকৰ উৎসাহ পাই হেমা যাদৱৰ ডাঙৰ ককায়েকে গেজেৰা হাইস্কুলখনৰ পৰা প্ৰথম বিভাগত মেট্ৰিক পাছ কৰি যোৰহাটৰ জে. বি কলেজৰ পৰা আই, এছ, চি পাছ কৰি ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজত পঢ়ি ডাক্তৰ হৈছিল।

ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজত ডাঙৰ ককায়েক পঢ়ি থাকোতে কেইবছৰমানৰ ভিতৰতে ব্ৰহ্মপুত্ৰই উজনি মাজুলীৰ গেজেৰা অঞ্চল নিঃশেষ কৰি পেলাইছিল। তেতিয়ালৈ একমাত্ৰ নাতিনী হেমা যাদৱৰ জন্মই হোৱা নাছিল বুলি ককাদেউতাকে তাইক কৈছিল। গৰাখহনীয়াৰ লগতে ব্ৰহ্মপুত্ৰৰ বালি গেজেৰা হাইস্কুল পৰ্যন্ত পুতি পেলোৱাত অঞ্চলটোৰ মিচিং মানুহখিনিয়ে গেজেৰা এৰি জোনাই, মেৰাপানীৰফালে নতুন সংস্থাপন বিচাৰি গুচি গৈছিল। হেমা যাদৱৰ ককাকৰ গেলামালৰ দোকানৰ গ্ৰাহক চকুৰ পচাৰতে নাইকীয়া হৈ পৰিছিল। কৃষি ভূমি বিচাৰি জোনাই, মেৰাপানীৰ ফালে যোৱাৰ প্ৰশ্নই নুঠে যেতিয়া পুতেকৰ লগত আলোচনা কৰি হেমা যাদৱৰ ককাকে গেজেৰাৰ পৰা ঢকুৱাখানা, খিলামৰা হৈ আহি গোগামুখ বজাৰত থিতাপি লৈছিলহি।

তাহানিৰ পূৰ্ব বংগৰ ৰাজশাহী চহৰৰ কাষৰ পদ্মা নদীৰ মোহ এৰি শদিয়াৰ ব্ৰহ্মপুত্ৰৰ পাৰত থিতাপি লোৱা, তাৰ পিছত মাজুলীৰ গেজেৰাত একেখন নদীৰ

মোহত থিতাপি লওঁতে অভিশপ্ত যাদৱ পৰিয়ালটোক বিশাল ব্ৰহ্মপুত্ৰই আশ্ৰয় দিব নিবিচাৰে বুলি ভাব হোৱাত গোগামুখলৈ আহি ৰাষ্ট্ৰীয় ঘাই পথৰ কাষত স্থায়ীভাৱে থিতাপি লৈছিলহি বুলি ককাকে হেমা যাদৱক যাদৱ পৰিয়ালৰ ইতিবৃত্ত সাধু কথা কোৱাৰ দৰে কৈছিল। ৰামায়ণৰ ৰাম-লক্ষ্মণ, সীতা, হনুমান, ৰাৱন, লংকা ধ্বংসৰ কাহিনী বা মহাভাৰতৰ শিশু কৃষ্ণ, কৌৰৱ পাণ্ডৱৰ কাহিনী শুনিলে যেনে লাগিছিল ককাকৰ মুখে যাদৱ পৰিয়ালৰ ইতিবৃত্ত শুনিও তেনে এক বুজাব নোৱাৰা মানসিক তৃপ্তি সৰুতে হেমা যাদৱে লাভ কৰিছিল।

গোগামুখত স্থায়ীকৈ থাকিবলৈ লোৱাৰ পৰা আগলৈকে যাযাবৰী জীৱন অতিবাহিত কৰা যাদৱ পৰিয়ালটোৰ কোনটো পুৰুষৰ কন্যা হেমা যাদৱে নাজানে। হেমা যাদৱে মাত্ৰ এই কথাই জানে যে, তাইৰ জন্ম গোগামুখত, তাই স্কুলীয়া জীৱন পাৰ কৰিছিল গোগামুখত অসমীয়া মাধ্যমত পঢ়ি। তাইৰ মাতৃভাষা ভোজপুৰী হ'লেও অসমীয়া ভাষাহে তাইৰ বাবে মাতৃভাষা যেন হৈ পৰিল। মিচিং ল'ৰা-ছোৱালীৰ লগত ডাঙৰ-দীঘল হোৱাত মিচিং ভাষাও অলপীয়াকৈ জানে। সমাজশাস্ত্ৰ বিভাগৰ গৱেষকছাত্ৰ অমৃত জ্যোতি ফুকনে সোধা প্ৰশ্নৰ উত্তৰ তাইৰ বাবে কি হ'ব? তাই বিহাৰীনে, অসমীয়ানে নতুবা গোগামুখত জন্ম হোৱা বাবে জন্মসূত্ৰে মিচিং? হেমা যাদৱৰ আৰু ভাবিবৰ মন নগ'ল। ৰাতিৰ ভাত সাজো খোৱাৰ ইচ্ছা নহ'ল। বিশ্ববিদ্যালয়ৰ প্ৰাণীবিদ্যা বিভাগৰ এগৰাকী সাধাৰণ ছাত্ৰী, এয়াই হওক মোৰ পৰিচয় বুলি ভাবি হেমা যাদৱে জোৰেৰে চকু মুদি দিলে।